# বিহুৱান

## লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন-২০১৬

সৃষ্টি ঐক্য সম্প্ৰীতি




অষ্টপশ্চাশৎ তম্

যদুমণি বৰুৱা
সম্পাদক





# বিহুৱান

সম্পাদক

যদুমণি বৰুৱা

প্ৰকাশক

৫৮ তম্

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু

সন্মিলন ২০১৬ ৰ উদ্‌যাপন সমিতি

বিহুৱান

৫৮ তম্ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬ ৰ বাৰ্ষিক মুখপত্ৰ

সম্পাদনা সমিতি

| | | |
|---|---|---|
| মুখ্য উপদেষ্টা | ঃ | উদয় শংকৰ হাজৰিকা |
| উপদেষ্টা | ঃ | চন্দ্ৰেশ্বৰ দুৱৰা<br>পদ্ম শৰ্মা বৰুৱা<br>ডাঃ অমৰেন্দ্ৰ গগৈ<br>সপোন কুমাৰ দত্ত<br>উৎপল বৰা<br>কৃষ্ণ দাস<br>সঞ্জীৱ কোঁৱৰ<br>অজিত বুঢ়াগোঁহাই<br>নিৰেণ বৰুৱা<br>প্ৰদীপ শৰ্মা |
| সভাপতি | ঃ | হিৰণ্য সভাপণ্ডিত |
| সম্পাদক | ঃ | যদুমণি বৰুৱা |
| সদস্য/সদস্যা | ঃ | নীৰৱ জ্যোতি বৰদলৈ, কল্যাণ গগৈ, দুলুমণি মহন্ত, বুবুলি হাজৰীকা, পিংকি গগৈ |
| বিশেষ কৃতজ্ঞতা | ঃ | তীব্ৰ প্ৰসন্ন হাজৰিকা, বেদান্ত গগৈ, পুনম বুঢ়াগোঁহাই, ৰঞ্জন বৰুৱা, হিৰকজ্যোতি তালুকদাৰ, প্ৰীতম তামুলী ফুকন আৰু সময়ৰ চাকনৈয়াত মনলৈ নহা মোৰ সমূহ শুভাকাঙ্খীক। |
| প্ৰকাশক | ঃ | ৫৮ তম্ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬ ৰ উদ্‌যাপন সমিতি |
| বেটুপাতৰ পৰিকল্পনা | ঃ | যদুমণি বৰুৱা |
| অক্ষৰ বিন্যাস | ঃ | অতুল শইকীয়া, ৱাৰ্ড নং ২, উঃ লঃ |
| অলঙ্কৰণ | ঃ | ঈশ্বৰ প্ৰসন্ন |
| মুদ্ৰণ | ঃ | ইমেজ গ্ৰাফিক, ৰাজগড়,<br>গুৱাহাটী- ৯৯৫৪৫৬৭৮৫০ |






তাং ঃ ২৮-০৪-২০১৬

## শুভেচ্ছা বাণী

"শুনাঐ চ'তাই
পেঁপাটি বজাই
ৰঙালীক আহঁা লৈ
পদূলি মুখত
বাট চাই চাই
থাকিম কিমান বৈ।"

(সাহিত্যাচাৰ্য মিত্ৰদেৱ মহন্ত)

কিনন্দীয়া প্ৰকৃতিয়ে নতুন ৰূপ ধাৰণ কৰাৰ সময়তে আমাৰ মাজলৈ ব'হাগ আহিল। বসন্তৰ পৰশ পাই আমাৰো দেহ-মন উল্লাসিত হৈ পৰিছে। বিহুৱা ডেকা-গাভৰুৱে এই প্ৰকৃতিৰ বুকুতেই ৰং-আনন্দ কৰিছে। বিহুৱা ডেকা-গাভৰুৰ আনন্দ-উল্লাসৰ লগতেই ৫৮ বছৰত ভৰি দি লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে অহা ৩০ এপ্ৰিল ১, ২ আৰু ৩ মে' ২০১৬ তাৰিখে চাৰিদিনীয়া বৰ্ণাঢ্য কাৰ্যসূচীৰে ৰঙালী বিহু আয়োজন কৰা বুলি জানিবলৈ পাই অত্যন্ত আনন্দিত হৈছো। ইয়াৰ উপলক্ষে উদ্যোক্তাসকলে বিহুৰ স্মৃতিৰ ৰক্ষাৰ্থে 'বিহুৱান' নামৰ এখন স্মৃতিগ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰিছে।

আশা আৰু কামনা কৰিছো স্মৃতিগ্ৰন্থ 'বিহুৱান'ৰ প্ৰতিটো পৃষ্ঠাই অঞ্চলবৰ্তী ৰাইজৰ পূৰ্বৰ সকলো পৰম্পৰা, উত্তৰণ আৰু সমন্বয়ৰ বাৰ্তা বহন কৰিব। আমি সকলোৱে জানো যে অসমৰ ভাষা সাহিত্যৰ ইতিহাসত এক জনগোষ্ঠীয় সুসমন্বয়ৰে এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰি আহিছে লক্ষীমপুৰ জিলাই। সেয়ে এই জিলাৰ পৰা প্ৰকাশিত এইখন স্মৃতিগ্ৰন্থইও পূৰ্বৰ সকলো স্মৃতিগ্ৰন্থৰ সুনাম অক্ষুণ্ণ ৰাখিব আৰু অসমীয়া ভাষা-সাহিত্যৰ বেদীতো বহুমূলীয়া অবিহণা আগবঢ়াব বুলি আমি আশা পুহি ৰাখিছো।

আমি এই আপাহতে স্মৃতিগ্ৰন্থৰ সম্পাদককে ধৰি সম্পাদনা সমিতিৰ সমূহ সদস্য-সদস্যা আৰু শুভাকাংক্ষী ৰাইজলৈ আমাৰ শুভেচ্ছা নিবেদন কৰিলো।

ড° ধ্ৰুৱজ্যোতি বৰা
*সভাপতি, অসম সাহিত্য সভা*



**Debeswar Malakar,** I.A.S.
DEPUTY COMMISSIONER
& DISTRICT MAGISTRATE
LAKHIMPUR, ASSAM
PIN-787001




Phone : 03752-222196 (O)
03752-222104 (R)
Fax : 03752-222929 (O)
dc-lakhimpur@nic.in
dmalakar_acs@yahoo.co.in



## শুভেচ্ছা বাণী

মই জানিব পাৰি অতিকৈ আনন্দিত হৈছো যে লখিমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মীলনখনি ১৯৩৮ শকৰ ১৭, ১৮, ১৯ আৰু ২০ বহাগত পালন কৰিবলৈ যোজা কৰিছে। বিহু সাংস্কৃতিক বৈশিষ্ট্যৰে ভৰপূৰ অসমৰ কৃষিভিত্তিক জাতীয় উৎসৱ। ৰঙালী বিহু অসমীয়াৰ হিয়াৰ আমঠু।এই উৎসৱটোৰ লগত অসমৰ অন্য প্ৰায়বোৰ উৎসৱৰ এটা মূল পাৰ্থক্য হ'ল, এই উৎসৱটোৰ মাজত থকা ধৰ্মনিৰপেক্ষ চৰিত্ৰ অন্য প্ৰায়বোৰ উৎসৱত দেখা নাযায়।মই আন্তৰিকতাৰে এই সন্মীলনখনিৰ সফলতা কামনা কৰিলো। লগতে ইয়াৰ লগত সংগতি ৰাখি এখনি স্মৃতিগ্ৰন্থ "বিহুৱান" প্ৰকাশৰ ব্যৱস্থা কৰাৰ বাবে উদ্যোক্তাসকলক শলাগ লৈছো।

সদৌ শেষত ইয়াৰ লগত জড়িত সমূহ ব্যক্তিকে মোৰ আন্তৰিক অভিনন্দন জনালো।

5/4/2016

(দেবেশ্বৰ মালাকাৰ, আই.এ.এছ.)
উপায়ুক্ত
লখিমপুৰ




**VIVEK RAJ SINGH, IPS**
SUPERINTENDENT OF POLICE
DIST. LAKHIMPUR
NORTH LAKHIMPUR, ASSAM
Phone : (03752) 222302 (O)
(03752) 222197 (R)
Fax : (03752) 242599 (O)
(03752) 242088 (R)
94352-65854 (M)
E-mail : sp-lakhimpur@assampolice.gov.in

D.O.No. :

The ............................ 2016

## শুভেচ্ছাবাণী

বিহু আনন্দিয়া বিহু বিনন্দিয়া
বিহুৰে বিৰিণা পাত ।
বিহু থাকে মানে বিহুকে বিনাবা
বিহু গলে বিনাবা কাক ॥

এই সুৰেৰে, আবহমান কালৰে পৰাই নানা জাতি - উপজাতি, জনগোষ্ঠী মিলি বৰ অসমীয়া জাতিৰ আয়ুস ৰেখা বসন্ত ঋতুৰ ৰঙালী বিহু উৎসৱটিয়ে প্ৰকৃতিৰ স্বকীয় আহ্বানক হিয়াৰ আমঠু অসমীয়া জাতিৰ সংস্কৃতিৰ বৰ পেৰা সাজি নজহা-নপমাকৈ সমন্বয়ৰ দোলেৰে ঢোল-পেপা, গগনাৰ ৰগৰেৰে বুঢ়া-মেথা, ডেকা-গাভৰু তথা কণ-কণ শিশুলৈকে অসমীয়া সমাজে পালন কৰি আহিছে আৰু পালন কৰি থাকিব ।

সেয়েহে বিগত বছৰবোৰৰ দৰে এই বছৰো বৃহত্তৰ লক্ষীমপুৰ বাসী ৰাইজে অহা ইং - ৩০ এপ্ৰিল ১,২, আৰু ৩ মে ২০১৬ তাৰিখে চাৰিদিনীয়া বৰ্ণাঢ্য কাৰ্য্যসূচীৰে উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেলপথাৰৰ বিহু বাকৰীত লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু আয়োজন কৰি বাপটি-সাহোন ৰঙালী বিহুটিক হেঙুল হাইতালৰ ৰঙেৰে ৰঙীয়াল কৰি লগতে সন্মিলনৰ মুখপত্ৰ বিহুৱান প্ৰকাশৰ দিহা কৰা হৈছে বুলি জানিব পাৰি মই অতিকৈ আনন্দিত হৈছো ।

উক্ত সন্মিলন খনিয়ে উত্তৰ লক্ষীমপুৰ বাসী ৰাইজৰ ঐতিহ্য আৰু সমন্বয় অক্ষুন্ন ৰাখি সকলো জাতি - জনগোষ্ঠীৰ প্ৰেম-প্ৰীতিৰ ভাৱ সু-দৃঢ় কৰি ৰাখিব বুলি মই লক্ষীমপুৰ জিলাৰ আৰক্ষী অধীক্ষক হিচাপে তথা লক্ষীমপুৰ জিলাৰ আৰক্ষী বিভাগৰ হৈ বিহু উদযাপন সমিতিৰ সমূহ কৰ্মী বৃন্দলৈ শুভেচ্ছা প্ৰেৰণ কৰিলো।

(signature) 29/04/16

শ্ৰীযুত বিবেক ৰাজ সিং, ভা. আ. সে.
আৰক্ষী অধীক্ষক
লক্ষীমপুৰ ; উত্তৰ লক্ষীমপুৰ




Phone : 2571130
2602890

# সদৌ অসম ছাত্ৰ সন্থা
# ALL ASSAM STUDENTS' UNION

মুখ্য কাৰ্যালয় ঃ গুৱাহাটী বিশ্ববিদ্যালয়
Head Office : Guwahati University, Guwahati - 781014
Website : htta/aasu.m2014.net

প্ৰসঙ্গ :

দিনাংক : ২৪/৪/২০১৬



## শুভেচ্ছা বাৰ্তা

ঐতিহ্যমণ্ডিত স্বৰ্ণ জয়ন্তী বৰ্ষ গৰকা লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনিয়ে ৫৮ তম্ বৰ্ষ তথা (১৭, ১৮, ১৯ আৰু ২০ ব'হাগ, ১৯৩৮ শক) ইং ৩০ এপ্ৰিল, ১, ২ আৰু ৩ মে' ২০১৬ তাৰিখে আয়োজন কৰা বুলি জানিব পাৰি নথৈ আনন্দিত হৈছো।

বিভিন্ন জাতি-জনগোষ্ঠীৰ সোণসেৰীয়া কৃষ্টিৰে পৰিপূৰ্ণ বৰ্ণাঢ্য অসমীয়া সংস্কৃতিৰ শক্তিশালী ভেঁটি গঢ়োতা লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি চিৰ প্ৰৱাহমান লুইতৰ দৰে প্ৰৱাহিত হৈ থাকক।

বিহু সন্মিলনৰ আলোচনী 'বিহুৱান'ৰ জৰিয়তে সদৌটিলৈ ৰঙালী বিহু হিয়াভৰা ওলগ যাচিলোঁ।

বিহু সন্মিলনৰ প্ৰতিজন কৰ্মকৰ্তালৈ আন্তৰিক শুভেচ্ছা জনালোঁ।

ৰঙালীৰ সঁজালধৰা শুভেচ্ছাৰে—

(ডঃ সমুজ্জ্বল কুমাৰ ভট্টাচাৰ্য্য)
মুখ্য উপদেষ্টা
সদৌ অসম ছাত্ৰ সন্থা,
উপদেষ্টা
উত্তৰ-পূৰ্বাঞ্চল ছাত্ৰ সংগঠন

Phone : 2571130
2602890



# সদৌ অসম ছাত্ৰ সন্থা
# ALL ASSAM STUDENTS' UNION

মুখ্য কাৰ্যালয় ঃ গুৱাহাটী বিশ্ববিদ্যালয়
Head Office : Guwahati University, Guwahati - 781014
Website : htta/aasu.m2014.net

প্ৰসঙ্গ :

দিনাংক : ২৪/৪/২০১৬





## শুভেচ্ছা বাণী

সোণালী জয়ন্তী বৰ্ষ গৰকি ৫৮ তম বৰ্ষত উপনিত হোৱা ঐতিহ্যমণ্ডিত লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি অহা ৩০ এপ্ৰিল, ১, ২ আৰু ৩ মে' ২০১৬ তাৰিখে আয়োজন কৰা বুলি জানিব পাৰি আনন্দিত হৈছো।

অসমীয়া কৃষ্টি-সংস্কৃতিৰ বোৱতি নদীৰ শক্তিশালী ধাৰা অব্যাহত ৰখা লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনিৰ মাজেৰে অসমৰ জাতীয় জীৱনৰ বাবেৰহনীয়া কৃষ্টিৰ শিখা প্ৰজ্বলিত হোৱাৰ কামনা কৰিলো।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ স্মৃতিগ্ৰন্থ 'বিহুৱান'ত অসমীয়া জাতীয় জীৱনৰ প্ৰতিচ্ছবি প্ৰতিফলিত হ'ব বুলি আশা কৰিলো।

বিহু সন্মিলনৰ প্ৰতিটো কাৰ্যসূচী সোণসেৰীয়া হওঁক।

বিহু সন্মিলনৰ উদ্যোক্তাসকলৰ লগতে সমূহ ৰাইজলৈ অসমীয়া নতুন বছৰ আৰু ৰঙালী বিহুৰ ওলগ জনালো।

(দীপাংক কুমাৰ নাথ)
সভাপতি
সদৌ অসম ছাত্ৰ সন্থা

(লুৰীণজ্যোতি গগৈ)
সাধাৰণ সম্পাদক
সদৌ অসম ছাত্ৰ সন্থা

॥ জয় আই অসম ॥



# অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদ

**ASOM JATIYATABADI YUBA-CHATRA PARISHAD**

কেন্দ্ৰীয় সমিতি : চান্দমাৰী, গুৱাহাটী - ৭৮১০০৩

CENTRAL COMMITTEE : CHANDMARI, GUWAHATI - 781 003

ESTD. : 1978

---

প্ৰসং.................. দিনাংক..................

## শুভেচ্ছাবাণী

লখিমপুৰ চহৰত বহাগৰ ১৭,১৮,১৯ আৰু ২০ বহাগৰ পৰা লখিমপুৰৰ অন্যতম বিহু সন্মিলনী, লখিমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে ৫৮ তম্ বৰ্ষত ভৰিদিয়া মুহূৰ্তত বৰ্ণাঢ্য কাৰ্যসূচীৰে অনুষ্ঠিত কৰিবলৈ যি প্ৰচেষ্টা লৈছে সেয়া অতি প্ৰসংশনীয়। লগতে ৫৮ তম্ লখিমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে "বিহুৱান" নামেৰে এখন স্মৃতি গ্ৰন্থ প্ৰকাশ কৰিব বুলি জানি সুখী হলো।

বিহুৱান খনিয়ে জিলাখনৰ সামগ্ৰীকভাৱে সকলো দিশ সামৰি লোৱাৰ লগতে সাংস্কৃতিক দিশটো গুৰুত্ব ভূমিকা গ্ৰহণ কৰিব।

শেষত কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ প্ৰতিটো কাৰ্য্যসূচী সফল ৰূপায়ন হওঁক সেই কামনাৰে সমূহ পাঠক উদ্‌যাপন সমিতিৰ বিষয়ববীয়ালৈ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো।

ইতি

| | | |
|---|---|---|
| (বিৰাজ কুমাৰ তালুকদাৰ | (পুতুল দত্ত) | (ৰাণাপ্ৰতাপ বৰুৱা) |
| সভাপতি | মুখ্য উপদেষ্টা | সাধাৰণ সম্পাদক |

অসম জাতীয়বাদী যুৱ-ছাত্ৰ পৰিষদ

---

আমাৰ দাবী : পূৰ্ণ ৰাজ্যৰ শাসন আৰু দ্বিনাগৰিকত্ব প্ৰবৰ্তন * আমাৰ লক্ষ্য : জাতীয়তাবাদৰ ভেটিত

৫৮ তম লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬ ৰ
স্মৰণিকা 'বিহুৱান'খনি
শ্ৰদ্ধাৰ স্বৰ্গীয় জগত গগৈ চাৰলৈ শ্ৰদ্ধাঞ্জলি যাঁচি
উৎসৰ্গা কৰিলোঁ।



*য়দ য়দাচৰতি শ্ৰেষ্ঠস্তত্ত দেৱেতৰো জনঃ।*
*স য়ৎ প্ৰমাণং কুৰুতে লোকস্তদনুবৰ্ত্ততে।।*

লক্ষীমপুৰৰ শৈক্ষিক, বৌদ্ধিক, সামাজিক, সাংস্কৃতিক জগতৰ পিতামহস্বৰূপ জগত গগৈ চাৰৰ মহাপ্ৰয়াণ লক্ষীমপুৰৰ এক অপূৰণীয় ক্ষতি। মানুহ গঢ়াৰ বোধন মন্ত্ৰৰে উদ্বুদ্ধ, জীৱনৰ পণ লোৱা প্ৰচুৰ প্ৰশাসনিক দক্ষতা, শিক্ষকতাৰ গুণেৰে সমুজ্জল জগত গগৈ চাৰৰ জন্ম হৈছিল ১৯৩০ চনত লক্ষীমপুৰৰ আহুচাউলগাঁওত। মাতৃ প্ৰয়াত পুহিতা গগৈ আৰু পিতৃ প্ৰয়াত ঠগীৰাম গগৈৰ ঔৰসত জন্মগ্ৰহণ কৰা জগত গগৈদেৱে কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লৈ ১৯৫৮-৫৯ চনত উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শিক্ষক হিচাপে যোগদান কৰি পৰৱৰ্তী সময়ত শদিয়ালৈ বদলি হয়। পিছৰ সময়ত লক্ষীমপুৰলৈ ঘূৰি আহি উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত পুনৰ শিক্ষক হিচাপে যোগদান কৰি অধ্যক্ষ আসন অলংকৃত কৰি ১৯৯০ চনত চাকৰি জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰে।

নিয়মানুৱৰ্তীতা মূলমন্ত্ৰ হিচাপে লোৱা জগত গগৈ চাৰে ২০১৫ চনৰ জানুৱাৰী মাহত পৰলোকগামী হয়।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ গৌৰৱোজ্জ্বল ৫৮ টা বসন্তৰ এই শুভ মুহূৰ্তত জগত গগৈ চাৰক একাঁজলি শ্ৰদ্ধাঞ্জলি যাঁচি 'বিহুৱান'খনি তেখেতৰ নামত উৎসৰ্গা কৰিলোঁ।

৫৮ তম লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ উদ্‌যাপন সমিতি

যিসকল লেখক, লেখিকা, বিজ্ঞাপন দাতা আৰু ব্যক্তিয়ে স্মৃতিগ্ৰন্থখন প্ৰকাশ কৰাত সহায়-সহযোগিতা আগবঢ়ালে তেখেত সকলৰ ওচৰত চিৰ কৃতজ্ঞ।

অনিচ্ছাকৃত ভাৱে বৈ যোৱা ভুল-ভ্ৰান্তিৰ বাবে আমি আপোনালোকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা মাগিলো।

## সূচীপত্ৰ

## কবিতা

## লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সম্মিলন
## পতাকা উত্তোলনৰ গীত

বৰদৈ চিলা
আহে জাকি মাৰি,
গছে পাতে সলালে,
কুঁহিপাত ওলালে,
নৱ বৰ্ষৰ আগমন,
বহাগৰ উন্মীলন,
ৰজন জনাই গল
গাঁৱে ভূঞে
শুভ আৰম্ভনি হল
লক্ষীমপুৰ কেন্দ্ৰীয়
ৰঙালী বিহু সন্মিলন।

ভিন্ন ভাষা-ভাষী
ভিন্ন ধৰ্ম্মাৱলম্বীৰ
নানা জাতি উপজাতি
মিলনৰ তীৰ্থস্থান
ঐক্যমঞ্চত
সমস্বৰে গায়
সৃষ্টি, সম্প্ৰীতি
আৰু সমন্বয়ৰ গান।

সোৱনশিৰি, ৰঙানদী,
ডিক্ৰং আৰু উপনদী
দুপাৰ উজাৰ কৰি নাচিছে
বিহুৰাণী আহিছে
আই লখীমিয়ে উলাহত নাচিছে।

জনস্ৰোতত বিহুৰ
বাকৰি হয় জন সমুদ্ৰ
গণ সংস্কৃতিৰ এইয়া আন্দোলন
অসমীয়া ৰাইজৰ মহামিলন
লক্ষীমপুৰ কেন্দ্ৰীয়
ৰঙালী বিহু সন্মিলন। ঃঃঃ

কথাঃ উদয় শংকৰ হাজৰিকা
সুৰ ঃ প্ৰদীপ বৰা



# সম্পাদকীয়

"ব'হাগ মাথোঁ বিহুতলী নহয়
নহয় ই নিশা ফুলা ফুল
ব'হাগেই আনি দিয়ে সমদল গতি
নেওচি জাতি-কূল
ই প্ৰভেদক কৰেহি নাশ।।"

*—ভূপেনদা*

ঋতুৰ ৰাণী ব'হাগৰ দুৰন্ত প্ৰভাৱ অসম আৰু অসমীয়াৰ ওপৰত আৱহমান কালৰে পৰা অসমীয়া জাতিৰ আয়ুসৰেখা হৈ, গণজীৱনৰ সাহ হৈ ব'হাগৰ বিহুৱে অসমীয়াক শৌর্য-বীর্য তথা সমৃদ্ধি দান কৰি আহিছে। কিন্তু পাৰিপাৰ্শ্বিক বাতাৱৰণৰ পৰিবৰ্তন, গ্ৰাম্য জীৱনৰ ভংগিমা, কৃষিজীৱী সমাজ জীৱনলৈ অহা বিৱৰ্তন, শিল্পায়ন, নগৰকেন্দ্ৰীক জীৱন ব্যৱস্থা তথা আধুনিক জীৱন শৈলী আদি কাৰকৰ প্ৰভাৱত ব'হাগৰ বিহুৱে ইয়াৰ পুৰণা মোট সলাবলৈ বাধ্য হৈ স্বাধীনতাৰ পৰৱৰ্ত্তী সময়ৰ পৰাই মঞ্চত আহি অধিষ্ঠিত হ'ল। সময়ৰ লেখেৰে অসমৰ মঞ্চ বিহু প্ৰায় তেষষ্ঠী (৬৩) বছৰীয়া ঐতিহ্যৰে সমৃদ্ধ হৈছে। অসমৰ বিহু সংস্কৃতি লালন-পালন, প্ৰচাৰ-প্ৰসাৰত মঞ্চ বিহুৰ ঐতিহাসিক তথা বৈপ্লৱীক ভূমিকা আমি আজি সকলোৱে প্ৰত্যক্ষ কৰিছো। ক'বলৈ গ'লে অসমৰ মঞ্চবিহুৱে বৰ্তমানে এক নিৰ্বিশেষে জাতীয় চিনাকি লাভ কৰিছে। ই ব্যাপক গণভিত্তিও লাভ কৰিছে। আমি ভাবো ব্যাপক গণভিত্তি লাভ কৰা যিকোনো জাতীয় অনুষ্ঠানৰ সামাজিক দায়বদ্ধতাও বৃদ্ধি পায় আহে। অসমৰ মঞ্চ বিহুতলীসমূহৰো সামাজিক

দায়বদ্ধতা বৃদ্ধি পাবৰ হ'ল। ইয়াৰ মেলামুখী তথা উৎসৱমুখী ৰূপটোৰ সমান্তৰালভাৱে নিজ নিজ স্থানীয় পৰিসৰ তথা সংগঠিতভাৱে ৰাজ্যিক ভিত্তিক কেতবোৰ সমাজ-সংস্কৃতি, সমাজ ৰাজনৈতিক, সমাজ-অৰ্থনৈতিক আদি ক্ষেত্ৰত কিছু সম্প্ৰসাৰিত কাৰ্যসূচী ৰূপায়নে বিহুতলীসমূহৰ গৰিমা বৃদ্ধি কৰিব বুলি বিবেচনা কৰোঁ। ইয়াৰ বাবে প্ৰয়োজন কিছু পৰিকল্পিত কাৰ্য ব্যৱস্থাপনা। অসমৰ বিহুতলীসমূহে বিহুৰ ৰং-ৰহইচৰ লগতে অতিৰিক্ত কৰ্মপন্থাৰে ইয়াৰ গণভিত্তিক আৰু অধিক সুদৃঢ় কৰিবলৈ আহ্বান জনালো। ভূপেনদাৰ গীতৰ কথাৰে কওঁ—

"ব'হাগ মাথোঁ বিহুতলী নহয়
ইনাই-বিনাই গোৱা
ব'হাগ এখনি সৃষ্টি-দলিল
সূৰ্য্যৰ জ্যোতিত পোৱা।"

# উদ্‌যাপন সমিতি সভাপতিৰ একাষাৰ



লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে ৫৮ তম বছৰত ভৰি দিলে। অৰ্ধ শতিকা অতিক্ৰম কৰি এক ঐতিহ্যত পৰিণত হ'ল। লক্ষীমপুৰ নানা জাতি, উপজাতি, বিভিন্ন ধৰ্ম আৰু ভাষা-ভাষীৰ মিলনভূমি। বসন্ত কালত গছে পাত সলায়, কুলি-কেতেকীয়ে সুৰদী গীত জুৰে, নতুন বছৰ আৰম্ভ হয় আৰু আৰম্ভ হয় প্ৰধান উৎসৱ বহাগ বিহু। ঘৰে ঘৰে দৈ, চিৰা-পিঠা-পনাৰে খাদ্যৰ বিশাল আয়োজন কৰা হয়। ঢোল, তাল, পেঁপা, গগণাৰ শব্দত, বিহু নামেৰে উখল-মাখল হয় অসমীয়া সমাজ, নাচনীৰ নাচত কঁপে ধৰাতল।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি লক্ষীমপুৰ জিলাৰ বাবে ৰঙালী বিহু উদ্‌যাপনৰ প্ৰাণকেন্দ্ৰ স্বৰূপ। এই সন্মিলনখনি লক্ষীমপুৰৰ ৰঙালী ৰং-আনন্দৰ সৰ্ববৃহৎ মেলা আৰু উৎসৱ। জাতি, বৰ্ণ, ধৰ্ম, ভাষা, গোষ্ঠী নিৰ্বিশেষে সকলোৰে এই আনন্দ উৎসৱত যোগদান কৰি এই উৎসৱক অসমীয়া গণ-সংস্কৃতিৰ এক আন্দোলনলৈ পৰিণত হৈছে। সৃষ্টি, সম্প্ৰীতি আৰু সমন্বয়ৰ বাণীৰে সকলো জাতি, উপজাতি, ধৰ্ম, ভাষা, গোষ্ঠী নিৰ্বিশেষে সকলোৰে হৃদয়ৰ কোঁহে কোঁহে সোমাই আছে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন। আমাৰ কাৰ্যসূচীসমূহে যাতে আমাৰ জাতীয় সত্তা, সংস্কৃতি, প্ৰকৃতি আদি দিশবোৰ প্ৰতিনিধিত্ব কৰে, সাংস্কৃতিক উত্তৰণৰ উপৰিও ৰাইজক ৰং, আনন্দ, মনোৰঞ্জন দিয়ে আৰু ৰাইজৰ গ্ৰহণ যোগ্যতা পায়, তাৰ কাৰণে নিৰন্তৰ প্ৰয়াস হৈছে। বিহু সন্মিলন বহুতো অনুষ্ঠিত হ'ব

পাৰে, কিন্তু ৰাইজৰ গ্ৰহণ যোগ্যতাহে মূল কথা।

গণ বিহু, গছ বিহু, কপৌ ফুলৰ এদিন, ৰঙালী হাট, পৰম্পৰাগত খেল-ধেমালি, হেঙুল-হাইতাল আদি শিতানেৰে যোৰা বছৰকেইটাত লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন সমৃদ্ধ কৰা হৈছে।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ সদস্যভৰ্তিৰ ব্যৱস্থা কৰা হৈছে। অদূৰ ভৱিষ্যতে সদস্য বৰঙণিৰে এই অনুষ্ঠান পাতিব পৰা যাব বুলি লক্ষ্য স্থিৰ কৰা হৈছে। লোকৰ দান-বৰঙণিৰে বিহু পতা বুলি থকা বদনাম আশাকৰো আঁতৰাব পৰা যাব।

লক্ষীমপুৰৰ সকলো ৰাইজৰ এই বিহুতলীৰ ওপৰত অধিকাৰ আছে। সকলো ৰাইজকে ইয়াত অংশগ্ৰহণ কৰি এই অধিকাৰ সাব্যস্ত কৰিবলৈ অনুৰোধ জনালো।

আশাকৰো সকলো ৰাইজৰ মৰম-চেনেহে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনক অসমীয়া সংস্কৃতিৰ বোঁৱতী সুঁতি কৰি ৰাখিব।

উদয় শংকৰ হাজৰিকা
সভাপতি
৫৮ তম্ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, ২০১৬

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ

# স্থায়ী সমিতি (তদৰ্থ) সাধাৰণ সম্পাদকৰ একাষাৰ



ঐতিহ্যমণ্ডিত লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি লক্ষীমপুৰবাসী সাংস্কৃতিকৰান জনসাধাৰণৰ কাৰণে কৃষ্টি-সংস্কৃতি আৰু সমন্বয়ৰ স্থলী। অসমৰ বিহু সংস্কৃতিৰ পৰম্পৰা আৰু সাংস্কৃতিক উত্তৰণৰ প্ৰতিভূ স্বৰূপ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনে বহুতো ঘাট-প্ৰতিঘাট অতিক্ৰম কৰি স-গৌৰৱে ৫৮ বছৰত ভৰি দিছে। প্ৰথম উদ্‌যাপনৰ পৰা আজিলৈকে লক্ষীমপুৰৰ সকলো স্তৰৰ জনসাধাৰণ তথা সাংস্কৃতিকৰান বিশিষ্ট ব্যক্তিসকলে এই বিহু সন্মিলনখনিৰ লগত জড়িত থাকি নিজকে ধন্য মানিছে—যিহেতু লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ মঞ্চটি জাতি-জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতি প্ৰদৰ্শনৰ আটাইতকৈ বৃহৎ আৰু উমৈহতীয়া মঞ্চ। অসমৰ সামাজিক, সাংস্কৃতিক আৰু শৈক্ষিক ক্ষেত্ৰখনত উজলি উঠা লক্ষীমপুৰৰ বহু বিশিষ্ট ব্যক্তিৰ প্ৰথম অনুশীলনস্থলী আছিল এই লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ মঞ্চটি, যি আমাক, উঠি অহা যুৱ প্ৰজন্মক সদায় অনুপ্ৰেৰণা যোগায়।

মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ অসমীয়া সংস্কৃতিৰ কেন্দ্ৰভূমি হৈছে এই লক্ষীমপুৰ জিলা। সোৱণশিৰি, ৰঙানদী, ডিক্ৰং, ঘাগৰ, ঢল, শিঙৰা, বগীনদী আৰু চাৰিকড়ীয়া নদীৰ পাৰত বসবাস কৰা খিলঞ্জীয়া জাতি-জনগোষ্ঠীসমূহৰ স্বকীয় কৃষ্টি-সংস্কৃতিসমূহে লক্ষীমপুৰ জিলাক বৰ্ণাঢ্য কৰিছে ঐতিহাসিক কালৰে পৰা। লক্ষীমপুৰক সাংস্কৃতিক কেন্দ্ৰস্থলী হিচাপে গঢ়াৰ ক্ষেত্ৰত নদীপৰীয়া নিভাঁজ সহজ-সৰল জনগোষ্ঠীসমূহৰ প্ৰভূত অৱদান আছে।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি স-গৌৰৱে ৫৮ বছৰত ভৰি দিলেও সু-সংবদ্ধ আৰু সাংস্কৃতিক দায়বদ্ধতা বৃদ্ধিৰ স্বাৰ্থতে বিগত বছৰসমূহত এখনি স্থায়ী সমিতি গঠন কৰাৰ পোষকতা কৰা হৈছিল যি লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ মান-মৰ্যাদা আৰু গৰিমাক অক্ষুণ্ণ ৰাখি অসমৰ ভিতৰতে বিশেষ বিহু সন্মিলন হিচাপে প্ৰতিষ্ঠিত কৰিবলৈ উদ্যোগ ল'ব; ৰাইজৰ দান-বৰঙনিয়ে উদ্‌যাপিত বিহু সন্মিলনখনিৰ নিজা উপাৰ্জন ক্ষেত্ৰ সৃষ্টি কৰি, কোনো ব্যক্তি বা প্ৰতিষ্ঠানৰ ওচৰত হাত নপতাকৈ ৰঙালী বিহু সন্মিলনখনি উদ্‌যাপন কৰিব পাৰিব। এটি শক্তিশালী সাংগাঠনিক ভেঁটি স্থাপন কৰি কেৱল সাংস্কৃতিক ক্ষেত্ৰতে আবদ্ধ নাথাকি সমাজ সংগঠন আৰু সমাজ সেৱা ক্ষেত্ৰখনলৈও লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে শক্তিশালী ৰূপে অৱতীৰ্ণ হৈ অসম তথা ভাৰতবৰ্ষৰ ভিতৰতে শক্তিশালী সু-সংবদ্ধ আৰু আদৰ্শনীয় বিহু সন্মিলনীৰ মৰ্যাদা পাবলৈ সক্ষম হ'ব।

এই মহান উদ্দেশ্যসমূহৰ বাস্তৱায়িত কৰাৰ মানসেৰে যোৱা ইং ৭/৪/১৬ তাৰিখে লক্ষীমপুৰ হিন্দী হাইস্কুলৰ প্ৰাঙ্গনত অনুষ্ঠিত হোৱা ৰাজহুৱা সভাৰ জৰিয়তে তদৰ্থ ভিত্তিত এখন স্থায়ী সমিতি গঠন কৰা হয় আৰু আমাক সাধাৰণ সম্পাদকৰ দায়িত্ব ভাৰ অৰ্পণ কৰে। লক্ষীমপুৰবাসীৰ আবেগ-অনুভূতিৰ প্ৰতি সন্মান জনাই সাধাৰণ সম্পাদকৰ দৰে গুৰুভাৰ ল'বলগা হয়।

আশা কৰিছো এই স্থায়ী সমিতিখনক প্ৰতিষ্ঠা কৰা, লক্ষ্য আৰু উদ্দেশ্যক বাস্তৱিত কৰি এক শক্তিশালী বিহু উদ্‌যাপন সমিতি হিচাপে গঢ় দিয়াৰ ক্ষেত্ৰত লক্ষীমপুৰবাসীৰ সহায়-সহযোগ পাম। লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন দীৰ্ঘজীৱী হোৱাৰ কামনাৰে—

অজিত বুঢ়াগোঁহাই
সাধাৰণ সম্পাদক, স্থায়ী সমিতি

# সামাজিক পটভূমিত অসমৰ বিহুনাম

ড° অনিল শইকীয়া



বিহুনাম অসমৰ জনজীৱনৰ আশা-নিৰাশা, পোৱা-নোপোৱা, হৰ্ষ-বিষাদ, প্ৰেম-অভিমান, মিলন-বিৰহৰ এখনি ছন্দোময়, উপমাময়, নজহা-নপমা দলিল। য'ত সাৰ্থকভাৱে প্ৰতিফলিত হৈছে সমাজ জীৱনৰ এখনি বাখৰুৱা ছবি।

প্ৰথম অৱস্থাৰ বিহুগীতসমূহত মূৰ্ত হৈছিল অসমৰ জনজীৱন আৰু অসমৰ প্ৰকৃতি, য'ত প্ৰথম দুশাৰীত এটি প্ৰকৃতিৰ উপমা আৰু দ্বিতীয় দুশাৰীত প্ৰকাশ হৈছিল হৃদয়ৰ সংবাদ, মনৰ বতৰা। যেনে—

চৰাই হালধীয়া পাখি বিনন্দীয়া
অৰণ্যৰ ভিতৰৰ টোপ,
দিনৰে দিনটো এবাৰ নেদেখিলে
পেটতো নালাগে ভোক।

ফাগুণ-চ'ত মাহৰ মুকলি পথাৰ, মুকলি আকাশ, মনটোও ফৰকাল,

পথাৰখনলৈ চাই কিবা গাবৰ মন যায়, প্ৰিয়জনক বুকুৰ সংবাদ শুনাবৰ মন যায়, শুনাবৰ বাবে দুটা শাৰীত ৰচনা কৰে এটি গীত। বিহুগীত বা বিহুনাম।[১] দুটা শাৰীৰ প্ৰথম শাৰীত চকুৰ আগত দেখা প্ৰকৃতিৰ দৃশ্যৰাজি অতি কাব্যিকভাৱে উপমা ৰূপে প্ৰকাশ কৰে আৰু দ্বিতীয় শাৰীত বৰ্ণিত হয় মনৰ বতৰা।[২] কালক্ৰমত বিহু যেতিয়া গৃহস্থৰ চোতাললৈ আহিল তেতিয়া বিহুগীতৰ শাৰী দুটাৰ শৃঙ্খলা আংশিকভাৱে সলনি হ'ল। বিহুনামত সংযোজিত হ'ল - দেৱ-দেৱীলৈ প্ৰাৰ্থনা, মাননীয়জনলৈ শ্ৰদ্ধা, সম্প্ৰীতি, উপদেশ, অনুৰোধ, সমসাময়িক কালৰ ঘটনা, ইতিহাস, হাস্যৰস, আশীৰ্বাদ ইত্যাদি। বিহু যেতিয়া গৃহস্থৰ চোতাললৈ আহিল তেতিয়া পথাৰৰ মাজত গাই থকা বা নদীৰ পাৰত গাই থকা বা অৰণ্যৰ কাষত গাই থকা বা হাবিৰ লুঙলুঙীয়া বাটত গাই থকা বিহুনামসমূহৰ বহু বিহুনাম গৃহস্থৰ চোতালত গাব নোৱাৰা হ'ল, তেতিয়াই বিহুগীতত ধ্বনি-প্ৰতিধ্বনিত হ'ল মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত, মণিৰাম দেৱানৰ গীত, পগলা পাৰ্বতীৰ গীত আদি মালিতাসমূহ। যেনে—

ফুলনি বাৰীতে সোমাল ফুলকোঁৱৰ
ভৰিৰে মাৰিলে টিপা
সেউতী মালতী তগৰ গুটিমালি
সবে ফুলে মেলিলে শিপা। - এই ফুলকোঁৱৰৰ গীত ফাঁকি তলত দিয়া ধৰণে গোৱা হ'ল -

ফুলনি বাৰীতে - জুইজাত অ'
সোমাল ফুলকোঁৱৰ - পাৰিজাত অ'
ভৰিৰে মাৰিলে টিপা - জুইজাত অ' পাৰিজাত অ'
কোবাই দে বগৰী জাত জাত অ'।
সেউতী মালতী - জুইজাত অ'
তগৰ দোৱামালি - পাৰিজাত অ'
সবে ফুলে মেলিলে শিপা হে - জুইজাত অ' পাৰিজাত অ'
কোবাই দে বগৰী জাত জাত অ'।

**বিহুগীতৰ প্ৰথম স্তৰ ঃ**

প্ৰথম অৱস্থাত হৃদয়ৰ তাগিদাত আপোনা আপুনি নিগৰিত হোৱ

বিহুনামসমূহৰ প্ৰতিপাদ্য বিষয় আছিল প্ৰেম-মিলন আৰু বিৰহ। তাকে প্ৰকাশ কৰিবলৈ যাওঁতে প্ৰথম শাৰীটোত প্ৰকৃতিৰ এটি উপমা অথবা অসমৰ সাংস্কৃতিক উপাদানসমূহ উপমাৰূপে মূৰ্ত হৈছিল। যেনে—

বেটেৰীৰ সৰিয়হ ঢেঁকীয়ে চেপিলে
পেৰপেৰকৈ ওলালে তেল
ৰাতি দুপৰলৈ তোমাৰে আমাৰে
পিৰিতিৰ নিচিগিল মেল।

অথবা

কচু টেঙা খুতৰা বিলাহী ঢেকীয়া
জুটি লগায়ে খাবা
গধূলিৰ পৰা দুৱাৰ খুলি থম
বিৰালী যোৱাদি যাবা।

অথবা

কলিয়াবৰতে মলিয়া পথাৰত
হলিয়া মতা ম'হ বালো
জাকৈয়া ছোৱালী যাই উকি মাৰি
তুমি বুলি উলটি চালো।

কিন্তু এই গীতসমূহ চোতালত বিহুত গাবলৈ যেন বিহুৱা ডেকাই ক্ষন্তেক থমকি ৰ'ল। চোতাললৈ বিহু অহাৰ লগে লগেই বিহুনামে অন্য ৰূপ পৰিগ্ৰহ কৰিলে। চুটি চুটিকৈ বিহুৰ পদ-ঘোষা আৰু বিহুনাম ৰচনা হ'ল। যেনে—

হুচৰি এ চ'ত আমি বিহু মাৰো য'ত
দূবৰি নগজে ত'ত।

অথবা

ঐ ফুল ৰমক বিজুলীৰ চমক

কাঞ্চন ভানুমতী অ' গা কৰে ৰমক জমক।

—এইখিনি পদঘোষা। পদঘোষাৰ পিচত যোজনা আহিল। যোজনাত দেৱ-দেৱীলৈ প্ৰাৰ্থনা—

আই সৰস্বতী লং ফুল বকুলী
তোমালৈ মানি যাওঁ কি
তোমালৈ মানি যাওঁ শুকুলা ছাগলী
মাহে পৰমানে দি।

অসমলৈ যেতিয়া বৈষ্ণৱ সংস্কৃতি আহিল, তেতিয়া বিহুনামত ভগৱানে স্থান পালে। কিন্তু দ্বিতীয় স্থান—

প্ৰথমে প্ৰণামো আই সৰস্বতী
দ্বিতীয় প্ৰণামো হৰি

.........

পৰ্যায়ক্ৰমে যেতিয়া বৈষ্ণৱ সংস্কৃতিয়ে অসমৰ আকাশ-বতাহ ৰজনজনাই গ'ল, তেতিয়া ভগৱানে বিহুনামত প্ৰথম স্থান পালে—

হে কৃষ্ণস্বামী কৰিছো মিনতি
পাতি আমি বিহুৰে খেলা
আপোনাক শিৰত লৈ ন-কথা কৰি যাম
ৰাখিবা সংকটৰ বেলা।

গৃহস্থৰ চোতালত গাবলৈ বিহুৱা ডেকাই. তৎকালিন ভাবে চুটি চুটি বিহুনাম ৰচনা কৰিলে। যাক জাত নাম বোলা হ'ল (জাত নাম বিহুনামৰে এটা ভাগ। বিহুনাম - যোজনা বা জোঙাল বা জোঙলা, জাতনাম, জোৰানাম, থেলানাম আৰু ফঁকৰা-যোজনা ইত্যাদি শ্ৰেণীত বিভাগ কৰা হৈছে)। জাত নামসমূহ পূৰ্বতে নদীৰ পাৰত বা অৰণ্যৰ কাষত গোৱা দুশৰীয়া বনঘোষাসমূহতকৈ পৃথক। জাত নাম—

এটা শব্দটো ৰচনা হ'ব পাৰে,
দুটা শব্দটো ৰচনা হ'ব পাৰে,

তিনিটা শব্দটো ৰচনা হ'ব পাৰে,
চাৰিটা শব্দটো ৰচনা হ'ব পাৰে,
এটা শাৰীটো ৰচনা হ'ব পাৰে,
দুটা শাৰীটো ৰচনা হ'ব পাৰে,
কেইবাটাও শাৰীত ৰচনা হ'ব পাৰে,

উদাহৰণ—

এটা শব্দৰ জাতনাম— । ৰেএপিৰেইৰেই। এই শব্দটো তলত দিয়া ধৰণে গোৱা হয়।

। ৰেএপিৰেইৰেই ।। ৰেএপিৰেইৰেই ।।

ৰেএপিৰেইৰেই।

। ৰেইৰেই ৰেইৰেই ।। ৰেই...... ।।

জাতনামসমূহৰ প্ৰধান বৈশিষ্ট্য হ'ল ইয়াক আন এটা দুশৰীয়া বিহুনামৰ সহায়ত পুনৰাবৃত্তি কৰা হয়। যেনে -

চ'তে গৈয়ে গৈয়ে - ৰেএপিৰেইৰেই
ব'হাগে পালেহি -

ৰেএপিৰেইৰেই

ফুলিলে ভেবেলি লতা হে - ৰেএপিৰেইৰেই
।। ৰেএপিৰেইৰেই ।। ৰেএপিৰেইৰেই ।। ৰেএপিৰেইৰেই।
।। ৰেইৰেই ৰেইৰেই ।। ৰেই...... ।।

দুটা শব্দৰ জাতনাম- **মূৰতে গামোচা**

গামোচা গামোচা গামোচা অ
মূৰতে গামোচা গামোচা অ

চাৰিটা শব্দৰ জাতনাম-

"লীলাৱতী প্ৰভাৱতী কাহাকো ৰহিলা"

—এই চাৰিটা শব্দৰে ই এটা অপূৰ্ব বিহুনাম (জাতনাম)। এই জাতনামটি আন এটা বিহুনামৰ সহায়ত পুনৰাবৃত্তি কৰিলে—

তোমালৈ চাওঁতে- লীলাৱতী

জপনা দিওঁতে - প্ৰভাৱতী

ফুটিলে অঘৈয়া হলে হে - লীলাৱতী প্ৰভাৱতী কাহাকো ৰহিলা হেই।

তোমাৰ মন গ'লে - লীলাৱতী

মোৰো মনে গ'লে - প্ৰভাৱতী

কি কৰিব অজাতি কুলে হে - লীলাৱতী প্ৰভাৱতী কাহাকো ৰহিলা হেই।

সেইদৰে,

অ' বনমালী বৈ বৈ ধেমালি কৰা

—ই এটা জাতনাম। এই নামটি তলত দিয়া ধৰণে পুনৰাবৃত্তি কৰা হয়—

প্ৰথমে প্ৰণামো - এ বনমালী

আই সৰস্বতী - এ বনমালী

দ্বিতীয় প্ৰণামো হৰি বনমালী বৈ বৈ ধেমালি কৰা।

তৃতীয়ে প্ৰণামো - এ বনমালী

ঘৰৰে গৃহস্থ - এ বনমালী

ধৰি যাওঁ নামৰে গুৰি বনমালী বৈ বৈ ধেমালি কৰা।

ক্ৰমে ক্ৰমে জাতনামসমূহ দুশাৰী, তিনিশাৰী, চাৰিশাৰী বা ততোধিক শাৰীলৈ চোতালৰ বিহুত বৃদ্ধি হ'বলৈ ধৰিলে।

**বিহুনামৰ দ্বিতীয় স্তৰ ঃ**

চোতালৰ বিহুতেই বিহুনামে দ্বিতীয় স্তৰ লাভ কৰিলে য'ত বিহুনামলৈ আহিল দাস্যভাব, প্ৰাৰ্থনা, অনুৰোধ আৰু গৃহস্থৰ লগত বিহুনামেৰে নানা ধৰণৰ ধৰণৰ সংযোগ। যেনে—

এ দেউতা ঈশ্বৰ অ' নামত নধৰিবা

দায়ে দেউতা ঈশ্বৰ অ' পদত নধৰিবা

দায়ে দেউতা ঈশ্বৰ অ' আমাৰ চেঙেলীয়া মন।

অথবা

ছাগে চেলাবৰ দবুৰা কটাৰী

পহু চেলাবৰ মিট

গাঁৱৰ বুঢ়া-মেথা দায় নধৰিবা

গাই যাওঁ বতৰৰ গীত।

অথবা

খুটিতে পৰিলে জিঞা
তললৈ মূৰ কৰি গুণিব নেলাগে
শৰাইখন উলিয়াই দিয়া।

অথবা বৰ্তমানৰ পৰিপ্ৰেক্ষিতত

দৰ্জা আছে কেইখন
খিৰিকি আছে কেইখন
বেৰ জুমি চাবলৈ
চিনেমা নহয় এইখন।

উদাহৰণ দি শেষ কৰিব নোৱাৰি।

**বিহুনামৰ তৃতীয় স্তৰ ঃ**

বিহুনামৰ তৃতীয় স্তৰত মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্মৰ নাম-কীৰ্তনৰ শব্দ-ধ্বনি হুচৰিৰ পদ-ঘোষাত আৰু বিহুনামত যোগ হ'ল। বিহুগীতত ধ্বনি-প্ৰতিধ্বনিত হ'ল ৰাম, কৃষ্ণ, গোপাল, গোবিন্দ, হৰি, গোবিন্দাই আদি শব্দসমূহ। বিহুনামত ধ্বনিত হ'ল ঈশ্বৰ, ব্ৰহ্মা আদি শব্দসমূহ (.... ব্ৰহ্মাই সৰজা নাম ...)। এটি সময়ত হুঁচৰিত গাইছিল—

জয়দ'ল শিৱদ'ল অ' - ৰংঘৰ কাৰেংঘৰ অ'
অসমৰ বিজয় কিৰিতি - ৰৈয়া কি বৈ এনা অ'

আৰু যেতিয়া বৈষ্ণৱ সংস্কৃতি আহিল তেতিয়া গীতটোৱে পৰিগ্ৰহ কৰা ৰূপটো হৈছে—

জয়দ'ল শিৱদ'ল ঐ ৰাম, ৰংঘৰ কাৰেংঘৰ ঐ ৰাম
অসমৰ বিজয় কিৰিতি হৰি গোপাল গোবিন্দ ৰাম।

সেইদৰে—

কলমৌ খাওঁতে বুঢ়া হনুমন্তই
নগৰী কৰিলে চন ঔ গোবিন্দ ৰাম।

হুচৰিলৈ আহিল "অ' হৰি অ' ৰাম" আশীৰ্বাদ। গৃহস্থৰ চোতালত প্ৰায় বৈষ্ণৱ পন্থাৰে গৃহস্থক আশীৰ্বাদ দিয়া হ'ল। গৃহস্থৰ সৎ মনোবাঞ্ছাখিনি

পূৰণ কৰিবলৈ ভগৱন্তক প্ৰাৰ্থনা কৰা হ'ল।

গৃহস্থৰ ঘৰত বিহু মাৰোতে, যাক কালক্ৰমত হুচৰি আখ্যা দিয়া হ'ল— সেই হুচৰিৰ পদ ঘোষাত গোৱাৰ নিয়ম কৰা হ'ল। পদঘোষাসমূহত প্ৰায় দহ/ বাৰ ধৰণমানৰ সুৰ বিভিন্ন সুৰ সংযোজিত হ'ল । যেনে—

(১) হুচৰি এ চ'ত/ আমি বিহু মাৰো য'ত/
দেহি ঐ দুবৰিও নগজে ত'ত।

(২) ৰঙালি ঐ টঙালি ঐ/ বহাগৰ বিহুৰে ধেমালি ঐ।

(৩) বৈ-বৈ যায় / পিন্ধোতা নাই / চম্প নাহৰৰে ক'লিনা ঐ।

(৪) ঐ ফুল ৰমক / বিজুলিৰ চমক/ কাঞ্চন ভানুমতি অ / গা কৰে ৰমক জমক।

(৫) হাতত কাৰেফাই / ল হেৰ দদাই / মাৰ অ' ধৰ অ '/ বালি চৰাই।

(৬) লাহে লাহে লাহে/ লাহে বান্ধে/ বিহু কোণ ঢালে আহেনা বৈ।

(৭) কৃষ্ণাইৰ মূৰৰে/বকুল ফুল এপাহি / নিয়ৰ পাই মুকলি / হ'ল ঐ গোবিন্দাই ৰাম।

(৮) গোবিন্দ কৃষ্ণ /ৰাম নাৰায়ণ / হৰি এ জয় ।

(৯) ৰামে বোলে / লক্ষ্মণ ভাই / সীতা কৈত গৈলা /
দন্দুকা বনতে সীতা / ৰাৱণে হৰিলা।

(১০) শংকলদেৱ ৰজাৰে / পুতেক মনিকোৱৰ /অ হয় বান্ধে হয় /খেলাতে খতিক্ষণ নাই......

(১১) গ'ল কুজি গ'ল / চন্দন পিন্ধাবলে গ'ল /কৃষ্ণক লগেপাই /কুজী ধমনীবাই / যোল বছৰীয়া হ'ল।

**বিহুনামৰ চতুৰ্থ স্তৰ ঃ**

বিহুগীত পৰিৱৰ্তনৰ চতুৰ্থ স্তৰটো হৈছে স্বৰ্গদেউ ৰূদ্ৰসিংহৰ দিনৰ ৰংঘৰৰ বাকৰিত ৰাজহুৱা বিহু। (১৬৯৬/১৭১৪ খ্ৰীষ্টাবাদৰ ভিতৰত) স্বৰ্গদেউ ৰূদ্ৰসিংহই ৰংঘৰৰ বাকৰিলৈ বিহুৱা দলসমূহক নিমন্ত্ৰণ জনাইছিল। পুৰস্কাৰ ঘোষণা কৰিছিল। গ্ৰাম্য জনসাধাৰণৰ বিহুৱে ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিলে। ৰজাৰ নিমন্ত্ৰণ ৰক্ষা কৰি বিহু গাবলৈ অহা বিহুৱা দলে

ৰজাক প্ৰশংসা কৰি নতুন ধৰণৰ নাম ৰচনা কৰিলে -

স্বৰ্গদেউ ওলালে বাটচ'ৰাৰ মুখলৈ
দুলীয়াই পাতিলো দোলা,
কাণত জিলিকিল নৰা জাংফাই
গাতে গোমেচেঙৰ চোলা।

অথবা—

এ দেহি এ দেহি স্বৰ্গদেউ ওলালে - হায় ঐ হালি জালি
এ দেহি এ দেহি বাটচ'ৰাৰ মুখলৈ - হায় ঐ হালি জালি
এ দেহি এ দেহি নিয়ৰতে নিতিয়াও ভৰিনো হালি জালি ঐ
নাচোনো হালি জালি ঐ
নিয়ৰতে নিতিয়াও ভৰি

ৰজাৰ ঘৰত অথবা ডা-ডাঙৰীয়া ঘৰত অথবা সমাজৰ মান্যজনৰ ঘৰত বিহু গাবলৈ যোৱাৰ প্ৰয়োজনত নতুন নতুন বিহুগীত ৰচিত হ'ল।[৩] ফলস্বৰূপে বিহুগীতত এক নতুন মাত্ৰা সংযোজিত হ'ল।

জোনৰে তামুলী তৰা সমনীয়া
জোনৰে তামুলী তৰা
স্বৰ্গদেৱৰ তামুলী গন্ধীয়া ফুকন
মাতে তাংকাকৰে পৰা।

**বিহুনামৰ পঞ্চম স্তৰ ঃ**

বৃটিছসকলৰ অসম আগমনৰ পাচত বিহুনামে পৰিবৰ্তনৰ পঞ্চম স্তৰত ভৰি দিলে। ১৮২৬ চনৰ পৰা ১৯৪৭ চনলৈকে সময়চোৱাত অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনৰ অনেক পৰিৱৰ্তন ঘটিল। বৃটিছৰ শাসনকালচোৱাত অসমত স্কুল হ'ল, কলেজ হ'ল, চাহ-বাগিছা হ'ল, তেল কোম্পানী হ'ল, জাহাজ আৰু ৰেল পৰিবহন হ'ল, কৰ্ট হ'ল, কাছাৰী হ'ল আৰু অসমৰ জনসাধাৰণে ইংৰাজী শিক্ষাৰ মুখ দেখিলে। ইংৰাজৰ শিক্ষাৰে শিক্ষিত হৈ কোনো লোকে বিহুৰ প্ৰতি বিৰূপ মন্তব্যও কৰিলে। সি যিকি নিহওক লাগে বৃটিছৰ আগমনে আৰু বিদ্যালয়-শিক্ষাৰ প্ৰভাৱে অসমীয়া ডেকা-গাভৰুক ক্ৰমে ক্ৰমে চ'তৰ ৰাতি বিহুৰ পৰা বিৰত কৰিলে। বিদ্যালাভ

কৰি হাকিম মুন্সিফ হোৱাৰ বাসনাত, ৰাতি-বিহুৰ বাবে ডেকা-গাভৰুৰ সময় নোহোৱা হ'ল। এটা সময়ত চ'তৰ ৰাতিসমূহ আছিল বিহুনাম সৃষ্টিৰ কঠিয়াতলী। ক্ৰমে ক্ৰমে চ'তৰ ৰাতিসমূহ হৈ পৰিল কিতাপ-ফলি লৈ অধ্যয়নৰ সময়। ব্ৰিটিছ অহাৰ সময়ৰ প্ৰজন্মই ভাবিলে তেখেতসকলৰ সন্তানসমূহ ডক্টৰ হ'ব, ইঞ্জিনীয়াৰ হ'ব বা অন্যান্য চাকৰি কৰি সুখত থাকিব। ল'ৰা-ছোৱালীক স্কুল কলেজত পঢ়িবলৈ পঠালে। লাহে লাহে অসমীয়া সংস্কৃতিৰ স্বতঃস্ফূৰ্তভাৱে ৰজনজনাই থকা 'ৰাতি-বিহু' নাইকীয়া হৈ পৰিল। তথাপিও বিহু উদ্‌যাপন আৰু বিহুগীত ৰচনাৰ পৰম্পৰা নিচিগাধাৰে প্ৰবাহিত হৈ থাকিল। বৃটিছৰ শাসন কালত অসমৰ বৰলুইতত ১৮৪৮ চনত যেতিয়া গুমগুমাই জাহাজ চলিল তেতিয়া নিশ্চয় বিহুৱা ডেকাৰ অন্তৰতো গুমগুমনি উঠিল। অন্তৰৰ পৰা আপোনভাৱে নিগৰি গ'ল—

গুমগুমাই আহিলে কোম্পানীৰ জাহাজ ঐ
চিচিমুখত ভাঙিলে চিচা,
তোমাৰে আমাৰে জল্পনা কল্পনা
বাপেৰে কৰিলে মিছা।

অথবা—

দিখৌ গুমগুমাই কোম্পানী জাহাজ ঐ
ঢেকী গুমেগুমাই থোৱা,
বুকু গুমেগুমাই মনে কুৰুলিয়াই
জীয়ৰী হ'বৰে পৰা।

ৰেলগাড়ীয়ে উকিয়াই। ৰেলৰ উকিয়ে কলিজা ভেদে। অসমীয়া মানুহে ৰেলৰ উকি শুনিছিল ১৮৮১ চনৰ পৰা। প্ৰথম শদিয়াৰ পৰা ডিব্ৰুগড়লৈ ৰেল চলিছিল। তাৰ পাচত ১৮৮৫ চনত যোৰহাট আৰু তেজপুৰত ৰেল চলিছিল। ১৮৯২ চনত অসম বেঙ্গল ৰেলৱে হৈছিল। তেনে এক প্ৰেক্ষাপটতে বোধহয় ৰচনা হৈছিল—

উকিয়াই উকিয়াই ৰেলগাড়ী চলিলে
ডিবৰুত গধূলি হ'ল,
তোমাক আনিম বুলি ৰবে ঘৰ সাজিলো
গৰু বন্ধা গোহালি হ'ল।

ইংৰাজসকল অসমলৈ আহিয়ে অসমত চাহ বাগিচা খুলিছিল। অসমীয়া মানুহৰ সন্মানবোধ অতি প্ৰখৰ, ভোকত থাকিলেও সিংহই যেনেকৈ ঘাঁহ নেখায়, অসমীয়া মানুহেও তেনেকৈ ভোকত থাকিলেও লোকৰ গোলামী খাটিবলৈ ইচ্ছা নকৰে। তেনে এক মনোভাৱৰেই প্ৰকাশ পালে বিহুগীতত—

বাগিছাৰ চাকৰি নকৰো লাহৰী
নেলাগে তলবৰ ধন,
ঘৰতে থাকিবা বনবাৰী কৰিবা
পঢ়িবা ভাগৱত ৰামায়ণ।

আৰু এটি ঘটনা ঘটিছিল ১৯৪৭ চনত। জয়পুৰৰ পৰা দক্ষিণ দিশে 'নিনো' নামে ঠাইত। য'ত হল'কম্ব চাহাবক অতি নিষ্ঠুৰ ভাৱে হত্যা কৰা হৈছিল। কেপ্টেইন বেজ্জী আৰু লেফ্‌টেনান্ট হল'কম্বৰ নেতৃত্বত জৰীপৰ কামত যোৱা দল এটাই 'নিনো'ত ৰাতিটোৰ বাবে জিৰাইছিল। স্থানীয় বাসিন্দাসকলে লেঃ হল'কম্বকে ধৰি তেওঁৰ দলটোৰ আশীজন মানুহক নিষ্ঠুৰভাৱে দাৰে ঘপিয়াই হত্যা কৰে আৰু লেঃ বেজ্‌লীকৈ ধৰি তেওঁৰ দলৰ পঞ্চাশজন মানুহক আহত কৰে। ঘটনাই সেই সময়ৰ সাধাৰণ মানুহৰ অন্তৰত গভীৰ দুখ দিছিল। আপোনভাৱে ৰচিত হৈছিল বিহুগীত—

হোৰাকৈ গছৰে মুঢ়া সমনীয়া
হোৰাকৈ গছৰে মুঢ়া
হালকন চাহাৰক কোনোবাই কাটিলে
বিচাৰি নাপালে মূৰা।

ইংৰাজসকলে অসমীয়াৰ সাহপিত ধ্বংস কৰিবলৈ অসমত যেতিয়া কানিৰ পোহাৰ আৰম্ভ কৰিছিল, (চৰকাৰী মহল বা দোকানৰ পৰা দুই বা এতোৰা ওজনৰ কানি, সৰু সৰু কাগজৰ পেকেটত ভৰাই ছীলমাৰি বিক্ৰী কৰা হৈছিল) তেতিয়া কানীয়াক সমাজচ্যুত কৰিবলৈ বিহুৱা ডেকাই গাইছিল—

কানীয়ালৈ নাযাবি কানি দিব লাগিব
বাটি দিব লাগিব মাজি
কানি তিতা মাৰোতে পিঠা দিব লাগিব

তাৰো দিব লাগিব ভাজি।

**বিহুনামৰ ষষ্ঠ স্তৰ ঃ**

পৰিৱৰ্তনৰ ষষ্ঠ স্তৰত যোগ হ'ল মঞ্চ বিহু। ১৯৩৪ চনত গোলাঘাটৰ বেতিয়নিত, ১৯৩৫ চনত দেৰগাঁৱত, ১৯৪১ চনত শিৱসাগৰত, ১৯৪৮ চনত ডিব্ৰুগড়ত, ১৯৫২ চনত গুৱাহাটীত ৰাজহুৱা বিহু (মঞ্চবিহু) অনুষ্ঠিত হ'ল। পৰাগ চলিহাই Aspects of Assamese Culture[8] গ্ৰন্থত উল্লেখ কৰিছে যে অসমত প্ৰথম ৰাজহুৱা বিহু উদ্‌যাপন কৰা হয় শিৱসাগৰ ১৯৪১ চনত। বিহু সন্মিলনৰ উদ্যোক্তা আছিল মহেশ্বৰ নেওগ আৰু পৰাগধৰ চলিহা। সন্মিলনৰ মুকলি সভাৰ সভাপতিত্ব কৰিছিল বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে। প্ৰায় দহ বছৰৰ পাচত গুৱাহাটীৰ লতাশিল খেলপথাৰত ৰাধাগোবিন্দ বৰুৱাই ৰাজহুৱা বিহু সন্মিলন অনুষ্ঠিত কৰে। সেই যে আৰম্ভণি হ'ল— ই আৰু পিচলৈ ঘূৰি চাব লগা নহ'ল। বিহু সন্মিলনে অসমৰ নগৰ গাঁও চানি পেলালে। চোতালৰ বিহু মঞ্চলৈ গ'ল। মঞ্চৰ বাবে বিহুৱা ডেকাই নতুন বিহুনাম ৰচনা কৰিলে, নতুন নতুন বিহুনামৰ সুৰ সৃষ্টি কৰিলে লগতে নতুন নতুন আংগিকৰ বিহুনাচ শৈলীৰো সৃষ্টি কৰিলে। বিহুনামত সঘনে উচ্চাৰিত হোৱা শব্দবোৰ যেনে - ৰহিলা, দেহাজা, সৰুমাই, ডাঙৰমাই, অ কলী বান্ধে অ', জয় মালতী ফুলে অ', হায় মইনা ধন আদি ক্ৰমে ক্ৰমে সলনি হৈ চেনাই নাচনী, তৰামাই, অঞ্জনা, ৰূপালী, অল্পনা জানমনি আদি হ'বলৈ ধৰিলে। প্ৰকৃতি আৰু সমসাময়িক কালৰ ঘটনাৰ উপমাৰ সলনি বিহুনামে প্ৰত্যক্ষভাৱে বিষয় বস্তুলৈ গতি কৰিলে। যেনে -

হায়ে মোৰ অঞ্জনা / তুমি মোৰ জীৱনৰ / কামনা বাসনা। / তোমাকে লগত লৈ / চিনেমা চাবলৈ
আবতি হলনৈ যাঁৱে মোৰ অঞ্জনা...।

অথবা—

অ ৰূপা ৰূপা অ ৰূপালী / খোৱা ভাতে পানী / পিন্ধা কাপোৰ কানি /সোণেৰে গঢ়াই দিম / অ ৰূপা নেকলেচ কেৰুমনি।

**বিহুনামৰ সপ্তম স্তৰ ঃ**

পৰিবৰ্তনৰ সপ্তম স্তৰত যোগ হ'ল অসমৰ কেচেটৰ বিহু। কেছেট

ব্যৱস্থাৰ প্ৰচলন হোৱাৰ আগতে গ্ৰামোফোন ৰেকৰ্ডত দুই এটি বিহুগীত বাণীবদ্ধ হৈছিল। সেই গীতসমূহত পিছে ঢোলৰ ছন্দসমূহৰ সলনি তবলাৰ ছন্দ ব্যৱহাৰ কৰা হৈছিল। ১৯৬০-৭০ ৰ সময়ছোৱাত তেনেধৰণে বাণীবদ্ধ হোৱা দুখনমান গ্ৰামোফোন ৰেকৰ্ডত দীপালি বৰঠাকুৰে "আগলি বাঁহৰে লাহৰি গগণা", খগেন মহন্তই "ধনশ্ৰী পাৰৈহে ধপলিয়াই আহিলো", ভূপেন হাজৰিকাই "মইনাজান মইনাজান" ইত্যাদি ধৰণৰ কিছু বিহুগীত বাণীবদ্ধ কৰিছিল। পিছে এই বিহুগীতসমূহত বিহুৰ মাদকতাতকৈ কণ্ঠৰ মাদকতাহে বেছি আছিল। খগেন মহন্তৰ "ধনশ্ৰী পাৰৈহে" বিহুগীতৰ ৰেকৰ্ডখনত একৰডিয়ান জাতীয় বাদ্যৰো সংযোগ ঘটিছিল। তথাপিও খগেন মহন্তৰ কণ্ঠত বিহুগীতৰ স্বকীয় বৈশিষ্ট্য বা বিহুনামৰ কালিকা বিদ্যমান। সেই কাৰণে "ধনশ্ৰী পাৰৈহে ধপলিয়াই আহিলো" বিহুগীতটি অসমৰ আকাশ বতাহ চানি ধৰিছিল।

অসমত প্ৰায় ১৯৮০ চনৰ পৰা কেছেটত গীতৰ বাণীবদ্ধ আৰম্ভ হয়। অসমৰ প্ৰথমটো বাণিজ্যিক সফল কেছেট হ'ল সোমনাথ বৰাৰ "পাহাৰৰ জুৰিটি"। অৱশ্যে প্ৰথম বিহুনামৰ বাণীবদ্ধ কেছেটটি তিনিচুকীয়া ৰয় চাইকেল মাৰ্টে ১৯৭৯ চনত প্ৰযোজনা কৰিছিল বুলি জনা যায়। সেই সময়ত অনেক কেচেট ওলাইছিল যদিও পাহাৰৰ জুৰিটি কেচেটটিয়ে বাণিজ্যিক ভাৱে এনে সফলতা লাভ কৰিছিল যে তেতিয়াৰ পৰা কেছেট নিৰ্মাতাসকলে বিহুগীতৰ কেছেট প্ৰযোজনা কৰিবলৈ আগবাঢ়ি আহিল। "পাহাৰৰ জুৰিটি" কেছেটটোত জনপ্ৰিয় হোৱা বিহুগীত এটি আছিল—

অ সৰুমাই মিছা কোৱা নাই
আমি হৈছো ডাংবৰলা বিয়া পতা নাই।

ক্ৰমে ক্ৰমে কেছেটৰ কিছুমান স্ব-ৰচিত বিহুগীতে এনে ৰূপ পৰিগ্ৰহ কৰিলে যে ই বিহুগীতৰ কথা আৰু সুৰৰ পৰম্পৰাগত মৰ্যাদাত আঘাত কৰিলে।

**বিহুনামৰ অষ্টম স্তৰ ঃ**

পৰিবৰ্তনৰ অষ্টম স্তৰত আহিল শ্ৰব্য-দৃশ্য চি. ডি. (Compact Disk)। য'ত কাহিনীৰ বাবে বিহুগীত সংযোজন কৰা হ'ল। কাহিনীৰ প্ৰয়োজনত বিহুগীতসমূহ ৰচনা আৰু বাদ্যসংগত কৰা হৈছে বুলি শ্ৰোতা-

দৰ্শকক জনাই দি পৰোক্ষভাৱে অপৰাধ মাৰ্জনা বিচৰাৰ ব্যৱস্থা কৰা হ'ল। শ্ৰব্য-দৃশ্য চি.ডি.সমূহত কিছুমান বিহুগীত পৰম্পৰাগত বিহুগীত আৰু কিছুমান বিহুগীত সময়ৰ দাবীত ৰচনা কৰা হৈছে। তেনেকুৱা ধৰণৰ গীতক বিহুসুৰীয়া গীত আখ্যা দিয়া হৈছে।

**মৌখিক সম্প্ৰসাৰণ (Oral Transmission) বনাম প্ৰযুক্তিৰ সম্প্ৰসাৰণ (Technological Transmission) ঃ**

আগতে অৰ্থাৎ প্ৰযুক্তি নেথাকোতে বিহুনাম এটা সম্প্ৰসাৰিত হ'বলৈ বহুত সময় লাগিছিল। সেইখিনি সময়তে বিহুনাম এটিয়ে এক পৰিশিলিত ৰূপ পৰিগ্ৰহ কৰিছিল। কিন্তু সাম্প্ৰতিক সময়ত প্ৰযুক্তিয়ে আজি ৰচনা কৰা বিহুনাম এটি দুই এদিনক ভিতৰতেই শদিয়াৰ পৰা ধুবুৰীলৈ বা অসমৰ পৰা আমেৰিকালৈ চানি ধৰিব পাৰে।

**বিহুনামৰ ভৱিষ্যত স্তৰ ঃ**

সাম্প্ৰতিক সময়ত (২০১৪) কোনো অডিঅ' বা ভিডিঅ' চি.ডি.য়ে বিভিন্ন কাৰিকৰী কাৰণত বাণিজ্যিক ভাৱে সফল হ'ব নোৱাৰা হ'ল। তথাপিও অডিঅ' আৰু ভিডিঅ' চি.ডি. কম সংখ্যক হ'লেও ওলাই আছে। ভৱিষ্যত প্ৰজন্মই ধাৰাবাহিকভাৱে বিহুৰ চৰ্চা কৰিয়েই যাব, হয়তো কেতিয়াবা সুৰৰ সলনি হ'ব কেতিয়াবা শব্দ গাঁঠনি সলনি হ'ব। বিহুৰ যোগেদিয়েই অতীতৰ লগত বৰ্তমানৰ সংযোগ ঘটিব।

**বিহংগম দৃষ্টিত বিহুনাম আৰু বিহুনামৰ পৰম্পৰা ঃ**

(এক)

বিহুগীত মূলত লোকগীত। ১৯৫৪ চনৰ আন্তৰ্জাতিক লোক সংগীত পৰিষদ (International Folk Music Council)-এ লোক সংগীতৰ সংজ্ঞাত কৈছে - Folk music is the product of musical tradition that has been evolved through the process of oral transmission. The factors that shape the traditional are :

i) Continuity which links the present with the past,

ii) Variation which springs from creative impulse of the individual or the group; and

iii) Selection by the community, which determines the

form or forms in which music survives.[৫]।

লোকসংগীতে অতীতৰ লগত বৰ্তমানৰ সংযোগ স্থাপন কৰে। ই মুখে মুখে বাগৰি আহি ইয়াৰ ধাৰাবাহিকতা অক্ষুন্ন ৰাখে। কেতিয়াবা ই একক অথবা দলীয় প্ৰচেষ্টাত বৈচিত্ৰময় (variation) হৈ উঠে। লোকসংগীত জনসাধাৰণে নিৰ্বাচন কৰে। জনসাধাৰণে জানে কোনটো গ্ৰহণ কৰিব লাগে আৰু কোনটো বৰ্জন কৰিব লাগে। এই সংজ্ঞাক সৰোগত কৰি বিহুগীতৰ ইতিহাসলৈ যদি মন কৰো তেন্তে কিছুমান বিহুগীত জনসাধাৰণে নিৰ্বাচন কৰি এনেদৰে সঞ্চয় কৰি থৈছে আৰু সময়ৰ ইতিহাসত এনে ধৰণে পৰিবেশন কৰি আহিছে যে যিবোৰ কোনো দিন পুৰণা হোৱা নাই। যিমানে দিন বাগৰিছে সিমানেই সেইখিনি নতুন হৈছে। যিসমূহ বিহুনামৰ শব্দচয়ন আৰু সুৰে, ৰূপক আৰু উপমাই, শব্দ অলংকাৰ আৰু অৰ্থ অলংকাৰে নতুন প্ৰজন্মক এনেদৰে বিমুগ্ধ কৰিছে যে সাম্প্ৰতিক কালৰ বিহুৰ কেছেট আৰু চি.ডি.সমূহত সেই বিহুনামসমূহ সন্নিবিষ্ট কৰিছে। কি সেই বিহুনাম?

চম্ চম্ চম্পাৱতী
লং লং লীলাৱতী
গুণ গুণ গুণ অ' আইটী
গুণ লগত সেইটো ৰূপ দাইটি
নামাতিলেও মাতিবৰ মন।

এই বিহু নামটিৰ আমি শুনা সম্পূৰ্ণ পাঠটি আছিল -

নিচিপৌ চিপৌচি এক অনা চিপ্
চিত কথা নকলি কঁপা সুতা মুকলি
থেহ্ পাতি নেখালি ভাত
এপুৰা সেন্দুৰে জোৰ ফোঁট মাৰিলি
মুগা ৰিহা মেৰালি গাত,
সৰুফুল অ' সৰু সৰু গছৰে পাত
ডাঙৰফুল অ' ডাঙৰ ডাঙৰ গছৰে পাত
হাদৈ মাদৈ তৰাদৈ কেৰুমণি সলাই আহাগৈ
মনাই মাজি ঘাটৰে এইজনী ছোৱালী ৰিহা নাইকীয়া গাত

চম্ চম্ চম্পাৱতী
লং লং লীলাৱতী
গুণ গুণ গুণৱতী
গুণ লগত সেইজনা ৰূপ দাইটি
নামাতিলেও মাতিবৰ মন।
এ... গুণ কাইটিৰ পিছে পিছে ৰূপ কাইটি দৌৰিছে
ধৰধৰ মাৰমাৰ লাগিছে গাত।
লং লং লটক ঐ
মণিৰাম ভকত অ' ঢলং পলং লাগিছে গা।
চিপ্ চিপ্ চিপৌকলি
কেমফাই বাখৰ কলি
মণিৰাম দেৱানে তেল পাই পিচৌ পিচলি হে
ৰূপৰ ধোৱা খোৱাত-চিপ্ চিপ্ চিপৌকলি
খালি তই মণিৰাম-চিপ্ চিপ্ চিপৌকলি
সোণৰ ধোৱা খোৱাত খালি হেই-চিপ্ চিপ্ চিপৌকলি
কেমফাই বাখৰ কলি
মণিৰাম দেৱানে তেল পাই
পিচৌ পিচলি হে।

(দুই)

পৰম্পৰাগত বিহুৰ পদঘোষা আৰু বিহুনামসমূহ যুগে যুগে নৱপ্ৰজন্মক এনেদৰে আকৃষ্ট কৰি আহিছে যে, সাম্প্ৰতিক কালৰ মঞ্চৰ বিহুত সেই পৰম্পৰাগত পদঘোষা আৰু বিহুনামসমূহে নিজৰ ধ্বজ্জা সগৌৰৱে ঘোষণা কৰিলে। যেনে-

(১)
হুচৰি ঐ চ'ত আমি বিহু মাৰো য'ত
দেহি ঐ দূৰৰি নগজে ত'ত।

(২)
হুৰাই ল সৰগৰ তৰা
চাই থাক অ' নিলগৰ পৰা।
(৩)
গিৰিপ গিৰিপ অ' কাঠৰ শৰাই
কি ফুল ফুলিছে লতা বগাই
(৪)
লাহে লাহে ঐ
বিহু কোনছালে আহেনা বৈ।
(৫)
মেঘে গিৰে গিৰাই ঢোলে ঘিটেঘিটাই
বেথাবৰ অ' কোঁৱৰৰ বাতৰি পালিনে ঐ

তাৰ পাছত লহৰী—

লাহে লাহে কৰি লহৰী নাচিবা
তেহে দেখিবলৈ ভাল...

লহৰীৰ পিছত বিহুগীত। প্ৰথমে প্ৰকৃতিমূলক বা ইতিহাসমূলক বিহুগীত। যেনে—

কি টঙালি বান্ধিলি
উজালি উজালি উজালি অ' উজালি
অতীতক সোঁৱৰাই বলা যাওঁ আগুৱাই
হাততে অ হেংদাঙ লৈ।

অসমৰ মানুহে বিদেশী শত্ৰুৰ লগত অনেকবাৰ যুঁজ কৰিছে। মোগলক পৰাস্ত কৰিছে। বিহুগীততো ধ্বনিত হয় অতীতৰ সাহসৰ ইতিহাস। কেতিয়াবা বিহুৱা ডেকাৰ ককাঁলত টঙালি বান্ধি ঢোলৰ চেৰত বিহু নাচিবলৈ যায়। তেতিয়া হয়তো গায়—

আজি বিহুতলী ৰঙালী অ'
ককাঁলত বান্ধি ল টঙালি অ'
ধনে ঢোলে বাব নাচনি নাচিব
আমি গাওঁ বতৰৰ গীত।

গৃহস্থৰ চোতালত যেতিয়া ক্ৰমে ক্ৰমে বিহু পকি উঠে তেতিয়া শালীনতাৰ ৰক্ষা কৰি যৌৱনৰ গীত গায়। কাৰণ বিহুগীত মানেই যৌৱনৰ উচ্ছ্বাস— । যৌৱনৰ গীত কোনোকালওে পুৰণা নহয়। পুৰণাহ'ব নোৱাৰে।

চৰাইলৈ বুলি চিটিকা পাতিলো
দৰিকালৈ পাতিলো জাণ্ডী
উঘা পকোৱাদি পকাই পকাই সুধিলো
পেটৰ কথা নকলি ভাঙি।

সাম্প্ৰতিক কালত হয়তো চৰাইটিলৈ চিটিকা, দৰিকালৈ জাণ্ডী পতাৰ ব্যৱস্থা নাইকীয়া হৈছে, তথাপিও ইয়াৰ কাব্যিক সৌন্দৰ্যই বিহুৱাৰ মন আকৰ্ষণ কৰিছে। সৌ সিদিনা কুশল কোঁৱৰে ৰেলৰ চিৰি বগৰোৱা (মিছা অপবাদ) ঘটনাই হয়তো বিহুৱা ডেকাৰ অন্তৰ স্পৰ্শ কৰিছে আৰু তাৰে আলমত মূৰ্ত হৈছে -

ৰেলৰ চিৰি বাগৰি ৰেলগাড়ী পৰিলে
কোম্পানীত লগালে দায়
আগৰটো চিতেৰে চাবলৈ এৰিলা
পিৰিতি পিচলি যায়।

সামাজিক পটভূমিৰ পৰিবৰ্তনে লোক সাহিত্যত প্ৰভাৱ পেলায়। বিহুগীতো ইয়াৰ ব্যতিক্ৰম হ'ব নোৱাৰে। সমাজত যেতিয়া বিদ্যালয় শিক্ষাৰ প্ৰচলন হ'ল, তেতিয়া চিঠিৰ যোগেদি মনৰ কথা প্ৰকাশ কৰিব পৰা হ'ল। বিহুৱা ডেকাই প্ৰেমিকালৈ প্ৰেৰণ কৰা চিঠিৰ কল্পনাৰে ৰচনা কৰা বিহুগীত ৰচনা কৰিলে—

এ বুদ্ধেশ্বৰী বেলি হ'ল গধূলি
গৰু শিঙত চিঠি দিম
ল'বি হাতে মেলি,
ইয়ে ... এহে বাপেৰে দেখিলে
চোতালত ভৰাই থবি
চেগ্‌চাই সময়ত উলিয়াই পঢ়িবি
মোৰে মনৰ কথা তেতিয়াহে বুজিবি

তেতিয়াহে বুজিবি তই।

বিহুৱা ডেকাজন কৃষিজীৱী। দুখীয়া। এঘৰৰ এটা বুঢ়া গৰু, আন ঘৰৰ এটা বুঢ়া গৰু লৈ কোনোমতেহে খেতি কৰে। ছমাহৰ পাচত ভঁৰাল উদং। কি কৰিব? তাৰে এক প্ৰাঞ্জল বৰ্ণনা দিছে বিহুগীতত—

আৰ ঘৰৰ বুঢ়া গৰু এটা - সোণজনী
তাৰ ঘৰৰ বুঢ়া গৰু এটা - সোণজনী
আনি সোণজনী কৰো খেতিবাতি
তাতে সোণজনী ছমাহলৈ নোজোৰে
ভাতে সোণজনী তোমাৰ ঘৰত পাতোগৈ হাত।

তেনেকৈ আৰ ঘৰৰ ভগা নাঙল এটা তাৰ ঘৰৰ ভগা মৈ এখনি, আৰ ঘৰৰ ভগা হোলোঙা এডালি তাৰ ঘৰৰ ভগা বিৰিয়া এডালি, আৰ ঘৰৰ ভগা ভাৰপাচি এটা তাৰ ঘৰৰ ভগা কাঁচি এখনি.... আনি আনি খেতি কৰে। ছমাহলৈ ধানে নোজোৰে তাৰেই বৰ্ণনাৰে এটা দীঘল বিহুনাম—

কৃষিজীৱী মানুহৰ কল্পনাত বাৰীৰ শাক পাচলিও বিহুগীত হয়।

বৰডাঙৰটো ৰঙালাও, ডিঙি দীঘলটো জাতিলাও
গছত লগাটো বেঙেনা, লতাত লগাটো কেৰেলা
এ তিতা কেৰেলা ভেণ্ডি জিকা, আমাৰ নাচনী নতুনকৈ শিকা।

জন জীৱনত ঢেঁকী আৰু তাঁতশালৰ এক বিশেষ ভূমিকা আছে। এটা সময়ত ঢেঁকীৰ ঢেংকুচ শব্দ আৰু তাঁতৰ শালৰ খিট্‌খিট্‌নি শব্দই গ্ৰাম্যজীৱনক জীপাল কৰি তুলিছিল। কাৰণ দুয়োবিধ আহাৰ-বস্ত্ৰ যোগানৰ সম্পদ। ঢেঁকী আৰু তাঁতশালে বিহুৱা ডেকাৰ অন্তৰতো হিল্লোল নোতোলাকৈ থকা নাছিল।

এ বহম্বা বহম্বা - ঢেঁকীটো দেচোন
বহম্বা বহম্বা - বাঢ়নিডাল মাৰচোন
বহম্বা বহম্বা - কাষতে নাথাকিবি ৰৈ
ঢেং ক্লুচ ঢেং ক্লুচকৈ
দি দে নাহৰৰ ঢেঁকীটো ঐ
খুন্দো বৰা ধানৰ চিৰা।

এ ৰহম্ৱা ৰহম্ৱা - আইজনী আহচোন
ৰহম্ৱা ৰহম্ৱা - চালনিখন লবচোন
ৰহম্ৱা ৰহম্ৱা - কাষতে নাথাকিবি বৈয়ো
চেং ক্লুচ চেং ক্লুচকৈ
দি দে নাহৰৰ ঢেঁকীটো ঐ
শিলিখা কাঠৰে থোৱা।

বিহুগীতত তাঁতশালে এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। য'ত বৰ্ণিত বাক্যাংশসমূহ হৈছে— "ৰাৱীৰ বাঁহ কাটি, শলি-চিৰী", "টোলোথা বিচাৰি যাওঁ", "ৰাতিটোৰ ভিতৰত কাটে পাজি সুঁতা", "মুগা পুঁহিবলৈ চোম", "শালে কটা চুৰিয়া গুণা কটা খনিয়া", "গৰকাৰ দপদপনি— মাকোৰ খিটখিটনি", "বহি বৈ আছিলো পদুম ফুল এপাহি" ইত্যাদি। অসমীয়া শিপিনীয়ে হয়তো গুণগুণাই—

কোনে দিয়ে যাব ৰাচ দোৰেপতি
কোনে দি যাব মাকো?
ৰাৱীৰ বাঁহ কাটি দি যাওঁ শলিচিৰী
কলীয়া নাহৰৰ মাকো।।

তাতশালখনক লৈ নাৰীয়ে আকৌ ৰচিছিল—

আৰ ঘৰৰ বগাসুতা এমুঠি — ধনে মোৰ অ' ধনমইনা
আৰ ঘৰৰ বগাসুতা এমুঠি — ধনে মোৰ অ' ধনমইনা
আনি ধনমই কৰোনো তাতেবাতি/তাতে ধনমইনা লগাম বুলি ভাবিছো/তাতে ধনমইনা গুটিফুলৰ গামোছা
তাতে ধনমইনা বানিসুতাই নোজোৰে /তাতে ধনমইনা তোমাৰ ঘৰত পাতোগৈ হাত।

এই বিহুনাম ফাঁকিত গোটেই তাত শালখনৰ বৰ্ণনা আছে। যেনে— আৰ ঘৰৰ টোলোঠা, তাৰ ঘৰৰ গৰকা, আৰ ঘৰৰ নাচনীজৰি, তাৰ ঘৰৰ শলি-চিৰি, আৰ ঘৰৰ যঁতৰ তাৰ ঘৰৰ মাকো..... এইবোৰ খুজি আনি তাত শাল পাতিব ... পথালি সুতাই নোজোৰে...। তেতিয়া ভালপোৱাজনলৈ বৈ থাকিব....

বিহুগীতত অসমৰ চহা কবিৰ শব্দচয়নৰ তুলনা নাই। যেনে—

কমোৱা তুলাৰ দৰে মন উৰে, গছকত যঁতৰ ভাঙে, হাতৰ বন সৰি পৰে, নাখায় চাৰিসাজ থাকিব পাৰে, উলটি উলটি চাবলৈ মন কৰে, হিয়া খুন্দা মাৰি ধৰে, মানিকী মধুৰী হাঁহি দেখে, চিটিকাৰ খুটি ভাগে, থিয় গৰাত খোপনি ল'ব খোজে। এই শব্দসমূহত আছে হৃদয়ৰ বতৰা।

বিহুগীতৰ উপমাত মূৰ্ত হয় অসমৰ বিনন্দীয়া প্ৰকৃতি আৰু সমাজ জীৱনৰ বিচিত্ৰ ৰূপ। য'ত প্ৰতিফলিত হয় অসমৰ চিৰি লুইত, দিখৌ, জাঁজি, ভোগদৈ, দিহিং, দিচাং, সোৱণশিৰি আদি নদী আৰু শদিয়াৰ পৰা ধুবুৰীলৈ বিভিন্ন ঠাইৰ নাম। যেনে—

চন্টক মৰিয়নি মাজুলী কিমান বাট/নাচোনত নাচনী ইফালে নাচাবি অ' সিফালে নাচাবি নাচোনত লাগিব/পাক্ পাক্ এপাক নাচোনত লাগিব পাক্।

অথবা

আকৌ আইটি নকছাৰী, নাজিৰাৰে দাব কটাৰী /নাকাটিলেও কাটিবৰ মনে আইটি চাপৰমুখ

টিকট কাটি দিয়া মোক ডিবৰুৰে জিলালৈ যাওঁ/ডিবৰুতে কিনিলো ৰেশমৰ চাটিটি

জাহাজতে পাহৰি গ'লো আইটি ক খ/কাগজতে লিখি থ, তোৰনো কেইবছৰ হ'ল।

বিহুগীতত চৰাইৰ নাম আৰু কৃষিৰ সঁজুলিয়ে এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে, শালিকা, হেতুলুকা, ভদকলি, চাকৈ চকোৱা, কানকুৰিকা, মৌপিয়া, হাঁহ, পাৰ, কপৌ, কুকুৰা, ডাউক আদি ক'ত যে চৰাইৰ নাম, কত যে উপমা, ভাবিলে অন্তৰ ভৰি পৰে। সেইদৰে বিহুগীতত মৈ, মৈটকা, নাঙল, যুঁৱলী, শ'লমাৰী, কাঁচি, বিৰিয়া, হোলোঙা আদি কৃষিৰ সঁজুলিয়ে অসমৰ কৃষিজীৱী সমাজক প্ৰতিফলিত কৰিছে।

শাওনৰ পথাৰত হালে বাই আছিলো/বুঢ়া গৰু বোকাতে ৰ'ল অ' হেৰেপী
শলমাৰি শুলকি গ'লে অ' হেৰেপী/নাঙলে মেলিলে ফালে অ' হেৰেপী
অসময়ত লগালি মাত।

ইবোৰৰ উপৰিও বিহুগীতত মূৰ্ত হৈ উঠা জীৱ-জন্তু, সাপ, কীট-পতংগ, ফল-মূল, বাঁহ-খেৰৰ ঘৰৰ— চটি, মাৰলি, বেৰ, বেৰৰ পোলা, ঘৰত

ব্যৱহাৰ হোৱা বিভিন্ন সজুঁলি, মাছ মৰা সজুঁলি, চৰাই ধৰা সজুঁলি, চিকাৰ কৰা সজুঁলি আদিৰ উপমা আৰু ব্যঞ্জনাই বিহুগীতক এক নান্দনিক মাত্ৰা প্ৰদান কৰিছে। পুৰণা হ'লেও এইবোৰ যেন নিত্য নতুন। যুগৰ অগ্ৰগতিত বিহুনামেও কেতিয়াবা সুঁতি সলাইছে। বজাৰৰ জেলাপী মিঠায়ে বিহুনামৰ শোভা বৰ্দ্ধন কৰিছে। যেনে -

আকৌ আইটি লাহুদাং অ' লাহে লাহে ৰাহু দাং অ'/বাহুৰ তলে সৰকি যাবেঁ

আইটি জেলেপী মিঠাই, তোমাৰ লগত শুকাই খিনাই/এধা পোৱা বেঙেনা হ'লো।

বিহুগীত ৰচনাত নাৰীও পিছ পৰি থকা নাছিল। জাকৈৰ চাবে চাবে নাৰীয়ে হয়তো গাইছিল—

লৈ লাং লাং লৈ লাং লাং
থেকেচি মেকেচি জাকৈ বাম
পদুমনি পুখুৰীত পানী খাম
ৰঙিলী অ' পমিলী অ'
বিহু মাৰিবলৈ যাম।

অথবা

হাতে মেলি মেলি দাবলৈ নাপালো
পথাৰৰ মাগুৰি ধান,
হাঁচতি ভৰায়ে দিবলৈ নাপালো
আমাৰ পুলিগছৰ পাণ।

**বিহুগীতৰ সুৰ ঃ**

হুচৰিৰ পদ ঘোষাসমূহত প্ৰায় দহ বাৰ ধৰণৰ সুৰ উপলব্ধ হয়। বিহুনাম সমূহত প্ৰায় একুৰি পোন্ধৰটিমান সুৰ উপলব্ধ হয়। সুৰৰ বৈশিষ্ট্যসমূহ উপলব্ধি কৰিবলৈ কেইটিমান বিহুগীতৰ শীৰ্ষশাৰী উল্লেখ কৰিব পাৰি, কিন্তু স্বৰলিপিৰে প্ৰকাশ নকৰিলে সুৰৰ সৌন্দৰ্য অনুভৱ কৰিব নোৱাৰি। সেইকাৰণে বিহু গীতৰ সুৰৰ সংখ্যাহেকেৱল উল্লেখ কৰা হ'ল।

(তিনি)

বিহুগীতত প্ৰতিফলিত হোৱা জনজীৱন হাড়ে হিমজুৰে সবলপ্ৰাণা

আৰু আপোনভোলা। বেছিভাগ বিহুগীততেই আছে যৌৱনৰ আবেদন। বিহুগীতসমূহ আবেগ সৰ্বস্ব। গীত আৰু কবিতাত আবেগৰ প্ৰসঙ্গত “সংগীত আৰু কবিতা” নামৰ প্ৰবন্ধত ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছে - কবিতা বা সংগীত যুক্তিৰ আধাৰত প্ৰতিষ্ঠা নহয়। সি কেৱল হৃদয়ৰ ভাবৰাশিৰ উদ্ৰেক ঘটায় আৰু তাতে সত্য প্ৰতিষ্ঠা হয়।[৬] এই প্ৰসঙ্গত বস্তুবাদী শিল্পাতাত্বিক ক্ৰিষ্টোফাল কডৱেলেও Illusion and Reality গ্ৰন্থত লিখিছে ‘Poetry is irrational .... This is emotional or subjective congruence.’[৭] কবিতাত যুক্তি বিচাৰি পোৱা নাযায়। বিহুগীতো আবেগৰ ওপৰত প্ৰতিষ্ঠিত। লীলা গগৈয়ে অনুভৱ কৰিছে “বিহুনাম অসমীয়া লোক-সাহিত্যৰ এটি অমূল্য সম্পদ। ইয়াৰ বুকুত আছে জাতিৰ প্ৰাণৰ স্পন্দন, জীৱনৰ বুৰঞ্জী আৰু সমাজৰ প্ৰতিচ্ছবি। ইয়াৰ ভাষা সৰল, ছন্দ সাৱলীল, সুৰ মনোমোহা।”[৮] পুনৰ লীলা গগৈ মন্তব্য এটিৰে সামৰিব খুজিছো। “নতুন যুগৰ বিহুৱাসকলে পুৰণি বিহুগীতবোৰলৈ পিঠি নিদি পুনৰ গোটাই পিটাই চৰ্চা কৰাটোহে সময়োচিত হ’ব। পুৰণি গীতবোৰত আন্তৰিকতা আছে আৰু আছে যুগৰ প্ৰতিচ্ছবি।”[৯] যুগ বাগৰিব, লুইতখন বৈয়ে থাকিব, বিহুগীতো থাকিব। ■

**পাদটিকা ঃ**

(১) অসমৰ লোকগীতসমূহক আইনাম, বিয়ানাম, বিহুনাম হিচাপে উচ্চাৰণ কৰা হয়। লীলা গগৈয়ে সংগ্ৰহ কৰা বিহুনামসমূহৰ গ্ৰন্থখনৰ নাম *বিহুগীত আৰু বনঘোষা*। গ্ৰন্থখনৰ পাতনিত বিহুনাম আৰু বিহুগীত আৰু বনঘোষাক সমাৰ্থকভাৱে ব্যৱহাৰ কৰিছে। আমাৰ লিখনিতো বিহুগীত আৰু বিহুনাম শব্দ দুটা সমাৰ্থক।

(২) যিসমূহ বিহুগীত ‘বনবেণু’ত ভিম্বেশ্বৰ নেওগে (১৯২২), ‘বহাগী’ত নকুল চন্দ্ৰ ভূঞাই (১৯২৩) আৰু ‘বিহুগীত আৰু বনঘোষা’ত লীলা গগৈয়ে (১৯৬১) সংগ্ৰহ কৰিছে, তাৰ সিংহভাগেই দুটা শাৰীত সম্পূৰ্ণ।

(৩) চিদানন্দ বৰুৱা, *অসম বুৰঞ্জীৰ অপ্ৰকাশিত তথ্য সম্ভাৰ*, চিত্ৰদূত সাহিত্য চ’ৰা, ডিব্ৰুগড়, ২০০১, পৃঃ ১৯

(৪) Parag Chaliha, *Aspects of Assamese Culture*, Bani Prakash (P) Ltd, Guwahati, 1994, p. 83.

(৫) উৎপলা গোস্বামী, *সংগীত মূল্যায়ন*, তৃতীয় খণ্ড, পশ্চিমবঙ্গ চৰকাৰ, ১৯৯২ গ্ৰন্থৰ কংকন ভট্টাচাৰ্যৰ ‘লোক সংগীত আৰু সমাজ জীৱন’ প্ৰবন্ধৰ পৰা উদ্ধৃত, পৃঃ ৮৩

(৬, ৭) উৎপলা গোস্বামী, *পূৰ্বোক্ত গ্ৰন্থ*, হীৰেণ ভট্টাচাৰ্যৰ ‘সংগীত আৰু সমাজ জীৱন’ প্ৰবন্ধৰ পৰা উদ্ধৃত, পৃঃ ২৩

(৮) লীলা গগৈ, *বিহুগীত আৰু বনঘোষা*, এচিয়া পাব্লিচিং কোম্পানী, নতুন দিল্লী, তৃতীয় প্ৰকাশ, ১৯৮৫, পৃঃ ২১

(৯) ওপৰৰ গ্ৰন্থ, পৃঃ ১৩

# বিভিন্ন ৰূপত বিহু আৰু লক্ষীমপুৰৰ 'গণ বিহু'

ডাঃ অমৰেন্দ্ৰ গগৈ



বিহু অসমীয়াৰ জাতীয় পৰিচয়ৰ এক লক্ষণ। বিহুৰ পথাৰখন বৰ বিশাল। হাতীয়ে নিজৰ গাটো সম্পূৰ্ণকৈ নেদেখাৰ দৰে আমি বহুতেই বিহুৰ গভীৰতা সহজে উপলব্ধি কৰিব নোৱাৰো। লোক-সংস্কৃতিৰ মেৰুদণ্ড স্বৰূপ বিহুক বুৰঞ্জীয়ে ঢুকি নোপোৱাৰ দিনৰে পৰাই অনাখৰী চহা কৰিয়ে বুকুৰ উমেৰে জীপাল কৰি ৰাখিছে।

এদিন পথাৰৰ আঁহতৰ তলত ডেকাই মৰা ঢোলৰ চাপৰ শুনি তেতেলীপতীয়া চিৰা খুন্দিবলৈ লোৱা গাভৰুৱে ঢেঁকী দিবলৈ পাহৰি গৈছিল। দলনিৰ ম'হৰ পিঠিৰ পৰা ভাহি অহা ৰংদৈ পেঁপাৰ মাত শুনি গাভৰুৰ সুৱাগমণি ধানৰ ভাজিবলৈ লোৱা সান্দহ অনা খোলাতে দেই গৈছিল, পলকত বাৰ মূৰ মৰা শিপিনীৰ তাঁতৰ মাকো সৰি সৰি পৰিছিল। সেই বিহু এদিন আহি মঞ্চত উঠিলহি। প্ৰতিযোগিতা, কৰিঅ'গ্ৰাফী, বিশ্বায়ন আদিৰ মাজত পৰি বিহুৱে জ্বলা কলা খালে। নিজৰ পৰম্পৰা ধৰি ৰখাও কঠিন হৈ পৰিল। তথাপি অসমীয়াই বিহু পাতি আছে আৰু পাতি

থাকিবই—

গা ধুই শালিকি ৰ'দতে জিৰালে
ছাঁ পাই জিৰালে গৰু,
গাৰে কাপোৰ কানি ছিৰিলা ছিৰিলি
তথাপি বিহুটি নেৰো।

বিহু কৃষি কৰ্মৰ লগত জড়িত উৎসৱ। বিহুৰ বহু পৰম্পৰাৰ ভিতৰত চিৰা, পিঠা, এঠা দৈ আদিৰ উপৰি আছে বিহুনাম, বিহুনাচ, ঢোল, পেঁপা গগনা সুতুলী আদিৰে উপভোগ কৰা আনন্দ, আছে প্ৰেম-পীৰিতি, দুখ বেজাৰ, আদিও। আনন্দ উৎসৱ নহ'লে জীৱনটো নীৰস হৈ পৰে, প্ৰেম-পীৰিতি নহ'লে সৃষ্টিও বিঘ্নিত হয়। প্ৰেম সৃষ্টিৰ মূল মন্ত্ৰ। সেয়েহে হয়তো কোনোবা দেহিৰামে জাতিমালাই শুনাকৈ ম'হৰ পিঠিত বহি যোজনা টানিছিল—

তোকে মই যেতিয়া প্ৰেমৰ কথা কলো
মোকে বেয়া বুলি কলি,
তোৰে মাৰে বাপেৰে প্ৰেমে নকৰাকৈ
তইনো কৰে পৰা হলি?

বহু নামেৰে বিহু পালন কৰা হয়। তাৰে কেইটিমান উল্লেখ কৰা হ'ল—

(১) <u>সাত বিহু</u> (ক) চ'তৰ বিহু বা ৰাতি বিহু
(খ) গৰু বিহু
(গ) মানুহ বিহু
(ঘ) কুটুম বিহু
(ঙ) মেলা-বিহু বা হাট-বিহু
(চ) জীয়ৰী বিহু, চেনেহী বিহু বা মাইকী বিহু
(ছ) চেৰা বিহু

(২) <u>হুঁচৰি</u>—(ক) ঘোষা আৰু পদ
(খ) হুচৰি বিহু

(৩) <u>টকা বিহু বা জেং বিহু</u> — গাভৰু ছোৱালীয়ে মৰা বিহু।

(৪) <u>জুম বিহু</u> — আবেলি পৰত, পথাৰৰ একোণত গাভৰুসকলে জুম বান্ধি মৰা বিহু।

(৫) ঘৰ বিহু — বহাগ বিহুৰ সময়ত বয়োজ্যেষ্ঠ মহিলা (আইতা) সকলে ঘৰৰ ভিতৰত, চোতালত বা ঘৰৰ কাষত সমবয়সীয়াসকলৰ লগত মৰা বিহু।

(৬) ছেং নাং বিহু — টাই সকলৰ গাভৰুসকলে মৰা বিহু।

(৭) তৰা ছিঙা বিহু — গৰুবিহুৰ দিনা গৰুৰ ডিঙিত ন-পঘাৰে বান্ধিবলৈ তৰাৰ পঘা ব্যৱহাৰ কৰা হয়। এই পঘা প্ৰস্তুত কৰিবৰ বাবে বিহুৰ কেইদিনমানৰ আগতে গাঁৱৰ ডেকাইঁতে তৰাণি হাবিলৈ তৰা পিতিয়াই আনিবলৈ যাওঁতে বিহু মাৰি আনন্দ কৰে। সেয়াই তৰা ছিঙা বিহু।

(৮) চোতাল বিহু — ৰাইজৰ চোতালে চোতালে মৰা বিহুকে চোতাল বিহু বোলে।

(৯) মুকলি বিহু — ডেকা গাভৰুৱে ওচৰা-ওচৰিকৈ বা একে লগতে মুকলি মনেৰে মৰা বিহুকে মুকলি বিহু বুলি কোৱা হয়।

(১০) নৰা ছিগা বিহু —পথাৰৰ ধান দাই শেষ কৰাৰ পাচত পুনৰ খেতি কৰিবৰ বাবে পথাৰৰ নৰাবোৰ ছিঙি পথাৰখন চফা কৰোতে বিহুনাম গাই বিহু মৰাকে নৰা ছিগা বিহু বোলে।

(১১) লগ বিহু — চ'তৰ বিহু বা ৰাতি বিহুত ডেকা গাভৰুৱে একেলগে বিহু মাৰে বাবে ইয়াৰ আন এটা নাম লগ বিহু।

(১২) থেকেৰা ফুলীয়া বিহু — অতীজতে উজনি অসমৰ কোনো কোনো ঠাইত ডেকাসকলৰ কিছুমানে নাৰীৰ সাজ পিন্ধি নিশা ঘৰে ঘৰে ধেমেলীয়া বিহু মাৰি ফুৰিছিল। থেকেৰা ফুলৰ দৰে এই বিহু ৰাতিতেই আৰম্ভ হৈ ৰাতিতেই শেষ হৈছিল। সেয়েহে এনে বিহুক থেকেৰা ফুলীয়া বিহু বুলি কৈছিল।

(১৩) বোকা বিহু — উজনি অসমৰ ঠেঙাল কছাৰী, কুমাৰ সম্প্ৰদায় আদি লোকে বহাগ বিহুৰ সময়ত কোনো এডোখৰ পৰিস্কাৰ ঠাইত পানী ঢালি বোকাৰ সৃষ্টি কৰি বোকাতে লুতুৰি-পুতুৰি হৈ নাচি-বাগী বিহু মৰাৰ কাৰণে এনে বিহুক বোকা বিহু বোলে।

(১৪) লেছেৰী বিহু — এই বিহু সোণোৱাল কছাৰীসকলৰ মাজত প্ৰচলিত। গাভৰুসকলে (কেতিয়াবা বোৱাৰীসকলেও) অতি পৰিপাটি আৰু মাৰ্জিত সাজপাৰ পিন্ধি মাৰ্জিত গীত মাত নৃত্যৰে

এই বিহু পৰিৱেশন কৰে।

(১৫) গছ বিহু — অতিজতে বহাগ বিহুৰ সময়ত বাঁহ, তামোল পাণ, নাৰিকল আদি লাগতিয়াল গছপুলি ৰোপণ কৰা হৈছিল আৰু তেনে গছৰ গুৰিত মাটি, সাৰ-জাৱৰ দি তলখন চিকুনাই নিকা কৰি গছত গামোচাও মেৰিয়াই দিছিল।

অন্যহাতে আহোমসকলৰ লোকবিশ্বাস মতে বিহুৰ দেৱ-দেৱীসকল (ধন কলীয়া, কলিমতী, হেৰেপী, বিচনদৈ আদি) ডাঙৰ গছত বাস কৰে। সেয়েহে বিহু নমোৱা আৰু বিহু উৰুউৱা কাৰ্যও তেনে গছৰ তলতেই কৰিছিল, ইয়াকে গছ-বিহু বুলি কোৱা হয়।

এইখিনিৰ উপৰিও **হাপোৰ-পিতা-বিহু, পেট-বিহু, টঙলা-বিহু, ঢকুৱাখনাৰ ফাট বিহু, মাছখোৱাৰ ৰাতি বিহু, বৰ বৰুৱাৰ মৈদাম বিহু, ধেমাজীৰ কুকুৰা বিহু, গজপুৰৰ বিহু, ভোগ বিহু কুকুৰমৰাৰ বহুৱা বিহু, খেলুৱাৰ গাভৰু বিহু, বন বিহু, পানী বিহু, বহুৱা বিহু, হাত চাপৰি বিহু, টকা মাৰি বিহু** আদি বিভিন্ন নামেৰে বিভিন্ন ঠাইত বিহু উদ্‌যাপন কৰা হৈছিল আৰু এতিয়াও কোনো কোনো ঠাইত তেনে বিহুৰ প্ৰচলন হৈ আছে। এনে বিহুত আঞ্চলিক বৈশিষ্ট উল্লেখনীয়।

অতি সম্প্ৰতি 'গণ বিহু' বুলি বিহুৰ এক ৰূপ যোৱা দুটা বছৰৰ পৰা লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনত দেখিবলৈ পোৱা গৈছে। লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন লোকে লোকাৰণ্য হৈ পৰাৰ সময়তে সমজুৱাভাৱে সকলোৱে একেলগে ১৫ মিনিট মান সময় বিহু মাৰি আনন্দ প্ৰকাশ কৰে। ক্ষন্তেক সময়ৰ বাবে সকলো পাহৰি বিহু নাচি, বিহু নাম গাই সকলো আপোন পাহৰা হৈ পৰে। ইয়াত উচ্চ নীচ, জাত-পাত, ধনী-দুখীয়াৰ প্ৰশ্ন নাহে। এই বিহু যেন সম্প্ৰীতিৰ এনাজৰীহে।

"গণ-বিহু" বোলাৰ অৰ্থ হৈছে সমবেত বিহু। ইয়াৰ প্ৰকৃত উদ্দেশ্য হৈছে সকলোৱে বাপতি-সাহোন বিহুটিৰ সান্নিধ্য উপভোগ কৰক—অন্তৰৰে অনুভৱ কৰক। গণ-বিহু শব্দটো যদিও লগ-বিহু আৰু জুম-বিহুৰ সংমিশ্ৰণ তথাপি সহস্ৰজনে একেলগে বিহু মাৰি আনন্দ কৰাৰ তেনে এক পৰিৱেশত 'গণ-বিহু' শব্দটোহে ৰজিতা খাই পৰিছে বুলি মনে ধৰে। প্ৰথমবাৰৰ বাবে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে উদ্‌যাপন কৰা 'গণ-বিহু'ত অংশগ্ৰহণ কৰাৰ অভিজ্ঞতা আমাৰ হৈছে। সেইদিনা গণ-বিহু উদ্‌যাপনত

ইমানেই আনন্দিত হৈছিলো যে বহু বছৰৰ পাছত ঢোলটি কান্ধত লৈ বিহু নাম এফাঁকি নোগোৱাকৈ থাকিব নোৱাৰিলো—

বিহু আহে আমালৈ সৰু বুলি নিঘিনাই
বৰ বুলি নোতোলে মূৰত,
চেনেহৰ বিহুটি আটাইৰে লগৰী
নেভাৱে আপোনে পৰক।

এই 'গণ-বিহু'ৰে আমাৰ সমাজখনক এনেদৰে একতাৰ ডোলেৰে বান্ধি ৰাখিবলৈ সমৰ্থ হওক। লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ এনে পদক্ষেপ ধন্যবাদৰ যোগ্য। ■

প্ৰসঙ্গ পুথি — (১) চুতীয়া খগেন্দ্ৰ— 'বিহুকোষ' (২) ৰাভা হাকাচাম ড০ উপেন — 'বৰ অসমৰ বিহু সংস্কৃতি'(৪) ফুকন তীৰ্থ — 'বিহুৰ ঐতিহ্য, তাৎপৰ্য্য আৰু সৌন্দৰ্য্য সন্ধান'

*নকাড়ী, উঃ লক্ষীমপুৰ*
*ফোন—৯৪৩৫০-৮৬০৪৫*

# অবিভক্ত লক্ষীমপুৰ জিলাৰ বিহুৰ ঐতিহ্য

ইছমাইল হোছেইন

অবিভক্ত লক্ষীমপুৰ জিলা বুলি ক'লে বৰ্তমানৰ লক্ষীমপুৰ আৰু ধেমাজি জিলাক বুজায়। ১৯৮৯ চনত পূৰ্বৰ লক্ষীমপুৰ জিলাখন ভাগ হৈ ধেমাজি আৰু লক্ষীমপুৰ জিলা গঠন হয়। ৩২৩৭ বৰ্গ কিলোমিটাৰ মাটিকালিৰে ধেমাজি জিলা আৰু ২২৭৭ বৰ্গ কিলোমিটাৰ মাটিকালিৰে লক্ষীমপুৰ জিলা গঠিত। দুয়োখন মাটিকালি যোগ কৰিলে ৫৫১৪ বৰ্গ কিলোমিটাৰ হয়। এই দুয়োখন জিলাৰ প্ৰধান ঠাইসমূহ হ'ল লক্ষীমপুৰ, ধেমাজি, ঢকুৱাখনা, জোনাই, চিলাপথাৰ, মাছখোৱা, বাসুদেউ, নাৰায়ণপুৰ, নাওবৈচা, বিহপুৰীয়া আদি।

অবিভক্ত লক্ষীমপুৰ জিলাৰ ভৌগোলিক অৱস্থানৰ বিশ্লেষণ কৰিলে দেখা যায় যে এই জিলাখন অতীজৰে পৰা নৈ, বিল, জলাহ, সুঁতি, অভয়াৰণ্য আদিৰে ভৰপূৰ। অবিভক্ত জিলাখনৰ দক্ষিণ দিশেৰে বৈ গৈছে বিশাল ব্ৰহ্মপুত্ৰ নদী। এই নদীক কেন্দ্ৰ কৰি জোনাইৰ পৰা ধলপুৰলৈকে দিকৰাই, চিমেন, গোগা, গাই, কুমটীয়া, জীয়াঢল, বুঢ়ীসুঁতি, মৰিঢল, তেলিজান, চিচি, টঙানি, কড়া, চিলনী, লাইপুৰীয়া, ৰঙানদী, সোৱণশিৰি, ডিক্ৰং, শিঙৰা, পহুমৰা, সোমদিৰি, ঘূণাসুঁতি, চাৰিকড়ীয়া, শিঙিয়া আদিকে কৰি অনেক নৈ বৈ গৈছে। সেয়ে অবিভক্ত লক্ষীমপুৰ জিলাখন নদীকেন্দ্ৰিক এক ভূখণ্ড বুলি জনাজাত। বানপানী, গৰা-খহনীয়া

আদিৰে বিধ্বস্ত জিলাখনত বিলমুখ, কুৱাবাৰী দলনি আদি পক্ষী উদ্যান, পবা অভয়াৰণ্য আদিয়ে প্ৰাকৃতিক সৌন্দৰ্য বৰ্দ্ধন কৰিছে। তদুপৰি আছে বাসুদেউ থান, পদুমণি থান, মালিনী থান আদিৰ দৰে ধৰ্মীয় ঐতিহ্যৰ অনুষ্ঠান। এইবোৰৰ উপৰি ঢকুৱাখনা, ধেমাজি, মাছখোৱা আদি ঠাইসমূহো আছে। এই আটাইবোৰেই বিশেষ বিশেষ দিশত ৰঙালী বিহুৰ সুকীয়া ঐতিহ্য বহন কৰিছে।

অবিভক্ত লক্ষীমপুৰ জিলাত ৰঙালী বিহুৰ বৈশিষ্ট্য আৰু ঐতিহ্য এয়ে যে অতীতৰ বিহুৰ কিছুমান বিহুনাম, জাতনাম, যোৰানাম, নাচৰ ভঙ্গিমা আদি অপৰিৱৰ্তনীয় ৰূপত জিলাখনত প্ৰবাহমান নদীৰ দৰে গতি পাই আহিছে। তদুপৰি আছে জনগোষ্ঠীয় বিহুৰ ঐতিহ্য। এই ক্ষেত্ৰত ঢকুৱাখনাৰ ম'হ ঘূলি চাপৰিৰ ফাট বিহু, ধেমাজিৰ গোহাঁই গাঁৱৰ কুকুৰা বিহু, মাছখোৱাৰ ৰাতিবিহু আদিয়ে জনগোষ্ঠীয় বিহুৰ সৈতে ৰঙালী বিহুৰ ঐতিহ্য বহন কৰি আহিছে। অবিভক্ত জিলাখনৰ মিচিং, দেউৰী, সোণোৱাল, কছাৰী, কোঁচ, কৈৱৰ্ত, আহোম, চুতীয়া, বড়ো আদি জনগাষ্ঠীয়েও তেওঁলোকৰ সামাজিক পৰম্পৰাৰ মাজেৰে ৰঙালী বিহুৰ বিচিত্ৰ ৰূপ তুলি ধৰিবলৈ সক্ষম হৈছে।

অবিভক্ত জিলাখনৰ ঐতিহ্যপূৰ্ণ বিহু বুলি ক'লে মূলতঃ ঢকুৱাখনাৰ চাৰিকড়ীয়া নদীৰ পাৰৰ ম'হঘুলি চাপৰিৰ ফাটবিহু, ধেমাজিৰ গোহাঁই গাঁৱৰ কুকুৰাযুঁজ কেন্দ্ৰিক ৰঙালী বিহু, মাছখোৱাৰ ৰাতিবিহু আদিকে বুজায়। এই আটাইবোৰ ঠাই প্ৰাচীন হাবুং ৰাজ্যৰ অন্তৰ্ভূক্ত আছিল। অনাৰ্য ভাষাৰ শব্দ 'হা' আৰু 'বুং' মিলি হাবুং হৈছে। 'হা' মানে বহল আৰু 'বুং' মানে ঠাই, অৰ্থাৎ আহল-বহল ঠাই। আন এক অৰ্থত হাবুং মানে পলসুৱা আৰ্দ্ৰভূমি। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ হাবুঙত এসময়ত কছাৰী-চুতীয়া আৰু ভূঞা-কায়স্থসকলে ৰাজত্ব কৰিছিল যদিও ১৫১২ চনৰ পৰা ঠাইখন সম্পূৰ্ণকৈ আহোম ৰজাৰ দখললৈ আহে। তাৰ আগতে আহোম স্বৰ্গদেউ চুকাফাই পোন প্ৰথমে হাবুঙতেই ৰাজধানী পাতিছিল বুলি বুৰঞ্জী গ্ৰন্থসমূহে কয়। সেয়ে প্ৰাচীন কালৰে পৰাই হাবুঙখন বিভিন্ন জনগোষ্ঠীৰ বসতিস্থল আৰু হাবুঙৰ ৰঙালী বিহুও জনগোষ্ঠীয় বৈচিত্ৰ্যৰে পৰিপূৰ্ণ।

হাবুঙৰ অন্তৰ্ভূক্ত ঢকুৱাখনাৰ ফাটবিহুত প্ৰচলিত এটি পুৰণি বিহুনামৰ পৰা এই ঐতিহ্যপূৰ্ণ বিহুটিৰ উৎপত্তিৰ সময়ৰ কথা জানিব পাৰি।

বিহুনামটি হ'ল—

"পখিলা উৰা দি উৰ ঐ নাচনী
পখিলা উৰা দি উৰ,
ৰজাৰো আগৰ ফাটবিহুখনিৰ
নেপাবি পীৰিতিৰ ওৰ।"

এই ফাটবিহুৰ উৎপত্তিৰ সৈতে 'ফাট' নামৰ শব্দটি জড়িত হৈ আছে। 'ৰজাৰো আগৰ', অৰ্থাৎহাবুঙ ৰাজ্যখন ৰজাই শাসন কৰাৰ আগৰে পৰা নৈৰ পাৰত বা ফাটত বিভিন্ন জনগোষ্ঠীৰ লোকে একেলগে বিহু মাৰিছিল। যদিও 'ফাট' নামটো সোতৰ শতিকাতহে বিহুৰ সৈতে জড়িত হয়।

তাই ভাষাৰ শব্দ 'ফাট' মানে হ'ল নৈ বা গভীৰ পানী থকা ঠাইৰ দাঁতিত বেহা-বেপাৰ, কৰ-কাটল সংগ্ৰহ আদি কামৰ বাবে সমৰত হোৱা ঠাই। এই ফাটতেই সোতৰ শতিকাৰ মাজভাগৰ পৰা আহোম, চুতীয়া, কোঁচ, মিচিং, সোণোৱাল, কছাৰী, দেউৰী, কৈৱৰ্ত আদি জনগোষ্ঠীৰ মানুহে লগ হৈ সাতদিনলৈকে বিহু মাৰিছিল। পিছলৈ সেই বিহুৱেই কুৰি শতিকাৰ দ্বিতীয় দশকৰ পৰা মুকলি বিহুৰূপে আৰু ১৯৭৬ চনৰ পৰা উদ্‌যাপন সমিতি গঠনৰ মাজেৰে তিনিদিনীয়া কাৰ্যসূচীৰে ম'হঘুলি চাপৰিত অনুষ্ঠিত হৈ আহিছে। ফাটবিহুৰ বৈশিষ্ট্য এয়ে যে এই তিনিদিনীয়া বিহুত আহোম, চুতীয়া, কোঁচ, কৈৱৰ্ত, কলিতা, মিচিং, দেউৰী, সোণোৱাল, কছাৰী আদি জনগোষ্ঠীৰ বিহুৱা-বিহুৱতী আৰু দলে সম্পূৰ্ণ প্ৰাকৃতিক পৰিৱেশত চাৰিকড়ীয়া নদীৰ পাৰৰ ম'হঘূলি চাপৰিৰ বিহুতলীত বিহু মাৰে। বিভিন্ন জনগোষ্ঠীৰ লোক গোট খোৱা বাবে ফাটবিহু সমন্বয়ৰ বিহুৰূপে চিহ্নিত হৈছে। ফাটবিহুৰ আন এক ঐতিহ্য হ'ল গাভৰু আৰু বোৱাৰী টকাবিহু। বাঁহৰ টকা বজাই বিহুনাম গাই নাচে বাবে গাভৰু-বোৱাৰীৰ বিহুক টকাবিহু বুলি কোৱা হয়। এই টকাবিহু নামটো অবিভক্ত লক্ষীমপুৰ জিলাৰ বাদে আন ঠাইত শুনিবলৈ পোৱা নেযায়। টকা বিহুক কেন্দ্ৰ কৰি জিলাখনৰ গাঁৱে-ভুঞে অনেক ঐতিহ্যময় বিহুনাম প্ৰচলিত।

ফাটবিহুৰ দৰেই বহু যুগৰে পৰা ধেমাজিৰ ওচৰৰ গোহাঁই গাঁৱত কুকুৰাযুঁজৰ মাজেৰে বিহু পালন কৰি আহিছে। কুকুৰ যুঁজ আৰু কণী যুঁজ অনুষ্ঠিত কৰাৰ মাজেৰে আয়োজন কৰা বাবে গোঁহাই গাঁৱৰ বিহুক কুকুৰা

বিহু বুলিও জনা যায়।

ধেমাজি জিলাৰ মাছখোৱাত সোতৰ শতিকাৰে গছ তলত ৰাতিবিহু অনুষ্ঠিত হৈ আহিছে। কুৰি শতিকাৰ সত্তৰ দশকলৈ মাছখোৱা অঞ্চলত ৰাতি বিহুৰ পুৰণি ঐতিহ্য অক্ষুণ্ণ আছিল। শতিকাটোৰ শেষভাগৰ পৰা উদ্‌যাপন সমিতি গঠনৰ মাজেৰে প্ৰাকৃতিক পৰিৱেশত মাছখোৱাত ৰাতি বিহু উদ্‌যাপনৰহৈ আহিছে।

এনেদৰে দেখা যায় যে, অবিভক্ত লক্ষীমপুৰ জিলাত বিভিন্ন ৰূপত ৰঙালী বিহু উদ্‌যাপন হৈ আহিছে। স্থানীয় বৈশিষ্ট্যৰে সমৃদ্ধ এই বিহুসমূহৰ আন এটা দিশ হ'ল বিহুনামত ইতিহাস আৰু ঐতিহ্যৰ সন্ধান। উদাহৰণস্বৰূপে ফাটবিহুক কেন্দ্ৰ কৰি প্ৰচলিত বিহুনামত আছে ঠাই, নৈ, জনগোষ্ঠী, দলনি আদিৰ সঘন উল্লেখ। ফাটবিহুৰ বিহুনামে বহন কৰা ঐতিহ্য অবিভক্ত জিলাখনৰ আন ঠাইৰ বিহুনামেও কঢ়িয়াই ফুৰা দেখা যায়। যেনে, মাছখোৱাৰ ৰাতিবিহুক কেন্দ্ৰ কৰি প্ৰচলিত বিহু নামত আছে লাইপুলীয়া নৈৰ কথা ঃ

ঘৰলৈ গ'লে মোক আয়ে দংশিব
কেনেকৈ ছিঙিলি কাণ,
লাইপুলীয়া নৈখন কুৰুকা-কুৰুকি
তাতে পৰি ছিগিলে কাণ।"

এনেদৰেই অবিভক্ত লক্ষীমপুৰ জিলাৰ কঢ়া, কুমতীয়া, মধুমতী, শিঙিয়া, ৰঙানৈ, পহুমৰা, জীয়াঢল, মৰিঢল, সোৱণশিৰি, চাৰিকড়ীয়া, লাইপুৰীয়া আদি নৈৰ উল্লেখে বিহুনামক সমৃদ্ধ কৰিছে। অবিভক্ত জিলাখনৰ মিচিং সমাজেও অইনিঃতমৰ মাজেৰে সমৃদ্ধ ৰূপত সোৱণশিৰি (অবনৰী), খেৰকটা (কেৰকটা) আদি নৈক তুলি ধৰিছে।

অবিভক্ত লক্ষীমপুৰ জিলাখন থান-সত্ৰৰে চহকী। ধৰ্মীয় আৰু সাংস্কৃতিক ঐতিহ্য এই দুয়োটাকেই ধাৰণ কৰিছে জিলাখনৰ নামঘৰ আৰু থান সত্ৰসমূহে। সেয়ে বিহুৰ সৈতেও জিলাখনৰ থান-সত্ৰসমূহলৈ গৈ সেৱাজনায়। বিহুনামতো স্থান লাভ কৰিছে থান-সত্ৰসমূহে। অবিভক্ত জিলাখনৰ তেনে থান-সত্ৰৰ অন্যতম হ'ল বাসুদেৱ থান, মালিনী থান, পদুমণি থান আদি। বিহুনামত এই থানসমূহৰ উল্লেখ এনেধৰণৰ—

"নামঘৰত দি যাওঁ ৰাঙলী শৰাইখন
বাসুদেউত দি যাওঁ ফল,
গাঁৱৰ বুঢ়া-মেথা মাতো তুতিকৈ
গাঁৱত নেপেলাবা মোক।"

ধেমাজিৰ গোহাঁই গাঁৱৰ কুকুৰা যুঁজকেন্দ্ৰিক বিহুক কেন্দ্ৰ কৰি কছাৰী জনজাতিসকলৰ পূৰ্বপুৰুষৰ দুজন বীৰ ধনবৰ আৰু মনবৰক স্মৰণ কৰিয়ো বিহুনাম গঢ় লৈ উঠিছে। মূলতঃ হুঁচৰিৰ আৰ্হিত গোৱা ধনবৰ মনবৰ সম্পৰ্কীয় বিহুনামত কুকুৰা যুঁজৰ কথায়ো স্থান পাইছে। যেনে —

"ধনবৰ ঐ মনবৰ ঐ
লৈ আন কুকুৰা যুঁজাওঁ না ঐ
ধনবৰ ঐ বেথা বৰ ঐ
লৈ আন কুকুৰা যুঁজাওঁ না ঐ
ধনবৰৰ কুকুৰা শেনে ফুটুকীয়া
লৈ আন কুকুৰা যুঁজাওঁ না ঐ।
মনবৰৰ কুকুৰা ৰঙা ফুটুকীয়া
লৈ আন কুকুৰা যুঁজাওঁ না ঐ
লৈ আন কুকুৰা, লৈ আন কুকুৰা
ধনবৰ ঐ মনবৰ ঐ
লৈ আন কুকুৰা যুঁজাওঁ না ঐ।"

এনেদৰে হুঁচৰি গাই গাই দুটাদলে কুকুৰা যুঁজ পাতে। এই যুঁজ পাতোতে বিহুতলীত দুটা দলত বিভক্ত হৈ দুইফালৰ পৰা দুটা কুকুৰা মেলি দিয়া হয়। তাৰে এটা কুকুৰা ৰজাৰ মঙ্গলৰ বাবে আৰু আনটি প্ৰজাৰ মঙ্গলৰ বাবে। এই যুঁজ পতাৰ মূল উদ্দেশ্য হ'ল কৃষিজীৱী ৰাইজে বছৰটোৰ বাবে যাতে মঙ্গলে থাকে। তদুপৰি এই যুঁজক প্ৰজননৰ প্ৰতীক হিচাপেও ভবা হয়। কুকুৰা যুঁজকেন্দ্ৰিক বিহুৱে ৰাইজৰ মাজত সম্ভাৱ আৰু সম্প্ৰীতিৰ পৰিৱেশ সৃষ্টিত অৰিহণা যোগায়। কিছুমানে কুকুৰা যুঁজৰ বিহুৱা দলক মাননিও দিয়ে। তেনে মাননিৰে সমাজৰ উন্নয়নৰ হকে কাম কৰা হয়। গোহাঁইগাঁৱৰ কুকুৰা যুঁজকেন্দ্ৰিক বিহুৱে ধেমাজিৰ সাংস্কৃতিক ঐতিহ্যক মহীয়ান কৰিছে।

লক্ষীমপুৰ জিলাৰ বিহুৱা আৰু বিহুৱতীসকলৰ এক সংগ্ৰামী ঐতিহ্য আছে। বিশেষকৈ নাচনীসকল বোৱনী আৰু ৰোৱনীৰ ভূমিকাপালন কৰাৰ উপৰি বিহুনাম গাই বৃটিছ বিৰোধী ধ্বনি তুলিছিল কুৰি শতিকাৰ প্ৰথম ভাগত। ১৮৯৮ চনৰ ২৪ আগষ্টত লণ্ডনৰ 'The National Guardian' নামৰ কাকতত অসমৰ নগাঁৱৰ বৃটিছভক্ত বুদ্ধিন্দ্ৰনাথ দিলিহিয়াল ভট্টাচাৰ্যই 'The Assamese Bihu' নামৰ প্ৰবন্ধ লিখি ৰঙালী বিহু নিষিদ্ধকৰণৰ প্ৰস্তাৱ আগবঢ়াইছিল আৰু সেইমতে বৃটিছ প্ৰশাসনে ১৮৯৯ চনৰ মাজভাগত বিহুক নিষিদ্ধকৰণ কৰি আদেশ জাৰি কৰিছিল। সেই নিষিদ্ধকৰণৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ নগাঁৱৰ পুৰণি গুদামৰ আনন্দ দাসৰ নেতৃত্বত ঢুলীয়া মইমত টাটিঙা বৰা আৰু তেওঁৰ নাচনী ভনীয়েক চেনিমাইক লগত লৈ গুৱাহাটীলৈ আহি এঘন্টা সময় জিলাধিপতিৰ বাসভৱনৰ সন্মুখত বিহু নাচ নাচিছিল। তিনিও গৰাকীৰে ওজৰ-আপত্তি শুনি বৃটিছ চৰকাৰে ১৮৯৯ চনৰ শেষভাগত বিহু নিষিদ্ধকৰণৰ প্ৰস্তাৱ তুলি ল'বলৈ বাধ্য হৈছিল। লক্ষীমপুৰ জিলাতো বিহুৰ নিষিদ্ধকৰণৰ প্ৰভাৱ পৰিছিল। বাতৰিটো পাই জিলাখনৰ বিহুৱা-বিহুৱতীসকল খণ্ডত ফাটি পৰিছিল, বিহুৱতীসকলে বিহুনামেৰে বৃটিছৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰিছিল, তাঁতশাল এৰি মেখেলা কোঁচাই চোঁছা লৈছিল বৃটিছ বিষয়ালৈ বুলি। জিলাখনৰ বিহুৱতীসকলে বৃটিছ চাহাবলৈ ভয় নকৰি বিহুৰ নিষিদ্ধকৰণৰ বিৰুদ্ধে যে প্ৰতিবাদ সাব্যস্ত কৰিছিল সেই সন্দৰ্ভত জিলাখনত প্ৰচলিত পুৰণি বিহুনামতো উল্লেখ পোৱা যায়। যেনে—

"ঢাপে ঢাপে চৰিলে ঢাপলিকা চৰাইটি
বাঘলৈয়ো নকৰে ভয়,
লক্ষীমপুৰ জিলাৰ সোলেঙী গাভৰু
চেহাবলৈ নকৰে ভয়।"

এনেধৰণৰ প্ৰাকৃতিক, ঐতিহাসিক, সাংস্কৃতিক, ধৰ্মীয় আৰু সংগ্ৰামী ঐতিহ্যৰ চহকী অবিভক্ত লক্ষীমপুৰ জিলাৰ গাঁৱে-ভূঁঞে অতি মনোমোহা প্ৰাকৃতিক পৰিৱেশত ৰঙালী বিহু উদ্‌যাপন কৰা হয়। অবিভক্ত জিলাখনৰ কেঁকুৰি, বেবেজীয়া, পানীগাঁও, ঘিলামৰা, গন্ধীয়া, ঘাৰমৰা, জোনাই, চিচিবৰগাঁও, বৰদলনি, নাৰায়ণপুৰ, বিহপুৰীয়া, ধলপুৰ, পহুমৰা, নাওবৈচা,

আজাদ, বাটমাৰী আদিতো ৰঙালী বিহুৰ পৰম্পৰা আৰু পৰিৱেশনৰ পুৰণি ঐতিহ্য বিদ্যমান। পুৰণি সুৰৰ বিহুনাম আৰু পুৰণি নাচোন ভঙ্গিমাও এই অঞ্চলসমূহৰ বিহুৱা-বিহুৱতীসকলৰ মাজত বিদ্যমান। ঢকুৱাখনা ফাটবিহুক কেন্দ্ৰ কৰি কিছুমান জাতনাম প্ৰচলিত আছে যিবোৰৰ মাজত সামাজিক, সাংস্কৃতিক আৰু ভৌগোলিক ঐতিহ্য জিলিকি উঠিছে। যেনে—

"এ লিলিং লালাং কচুশাকত তেল নাই
ঢুলীয়া কাংকান ঐ নাচনী মাকন ধিদাংদাং, নীলমণি দাং
লামডিং লতপ ঐ নাচনী মণিৰাম চতপ ঐ
হাতীয়ে মাউতক পলুৱাই নিলেগৈ ম'হঘুলি চাপৰিলৈ।
সৰুটি অ' সৰু সৰু বেঙেনাৰ পাত,
লোণ মাৰো গাত চূণ মাৰো গাত,
চেহাবনী ছোৱালীৰ ৰিহা নাই গাত
পানী আনি ভাত ৰান্ধি নোখোৱাৰ জাত।
লৌ লৌ লৌগুটি চৌ চৌ চৌগুটি
উঁয়ে খালে পোৱে খালে ঠাক ঠাক ঠাক।"

এই বিহুনামটিত (জাতনাম) মিচিং ঢুলীয়া (ঢুলীয়া কাংকান), মণিৰাম দেৱান (মণিৰাম চতপ), লামডিং জংচন (লামডিং লতপ), ম'হঘুলি চাপৰি, ৰিহা আদি বিভিন্ন প্ৰসঙ্গৰ উল্লেখ কৰা হৈছে। দেখিবলৈ সঙ্গবিহীন শব্দ আৰু খণ্ডবাক্যৰে সমৃদ্ধ বিহু নামটিৰ সৈতে ঢোলৰ তিনিটা ছেও আৰু নাচোনৰ কমেও পাঁচটা ভঙ্গিমাৰ প্ৰয়োগ ঘটে। এনে ধৰণৰ জাতনামৰ সৈতে বিহুৱা-বিহুৱতীসকলে নচাটো কঠিন কাম যদিও অবিভক্ত লক্ষীমপুৰ জিলাৰ পাকৈত বিহুৱা-বিহুৱতীৰ বাবে সহজ।

অবিভক্ত জিলাখনৰ ঐতিহ্যময় ৰাতিবিহুক কেন্দ্ৰ কৰিয়ো অৰ্থপূৰ্ণ বিহু নামৰ প্ৰচলন আছে। তেনে এটি বিহুনাম (জাত নাম) ব্ৰহ্মপুত্ৰ দক্ষিণপাৰৰ দিচাংমুখত কেন্দ্ৰ কৰি গোৱা হয়। যেনে—

"ম'হৰ নাকী ঘোঁৰাৰ লেকাম
দিচাংমুখত জাহাজ ৰখাম
চাৰিআলিত চাহৰ দোকান
বাটত পালে তোমাক জোকাম

নুগুবাদেই নুগুবাদেই ৰাতিবিহু চাবলৈ
ৰাতিবিহু চাবলৈ যাম।"

কেৱল বিহুনাম বা জাতনামৰ ক্ষেত্ৰতেই নহয়, নাচৰ ভঙ্গিমাৰ ক্ষেত্ৰতো জিলাখনত স্বকীয়তা লক্ষ্য কৰা যায়। বিশেষকৈ গাভৰু বা বোৱাৰীৰ টকা বিহু পৰিৱেশনৰ সময়ত বা মুকলি বিহুত বিহুৱতীয়ে নচাৰ সময়ত 'আগফালে হাওলি কঁকাল ভঙা আৰু তালে তালে হাতদুখন পিছফালে নি কঁকালটো এবাৰ খামোচ মাৰি ধৰা, এবাৰ এৰি দিয়া' ভঙ্গিমাটো মূলতঃ ফাটবিহু, ৰাতি বিহু আদিত অতীতৰে পৰা পৰিৱেশন কৰিছিল। পিছত এই ভঙ্গিমাটো সমগ্ৰ লক্ষীমপুৰ জিলাৰ নাচনীয়ে অনুসৰণ কৰিবলৈ লয়। একৈছ শতিকাৰ প্ৰথম ভাগৰ পৰা অসমৰ কিছুমান বিহুতলীয়া বা দূৰদৰ্শনৰ পৰ্দাত কিছু সংখ্যক নাচনীয়ে এই ভঙ্গিমাটো পৰিৱেশন কৰালৈ চাই ক'ব পাৰি যে সেয়া হয়তো অবিভক্ত লক্ষীমপুৰ জিলাৰ নাচোনৰ ভঙ্গিমাৰেই প্ৰতিফলন।

অবিভক্ত লক্ষীমপুৰ জিলাত অনেক স্থায়ী বিহুতলী আছে যিবোৰ প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিপূৰ্ণ। তেনে বিহুতলীৰ উদাহৰণ হ'ল ফাটবিহুতলী, ত্ৰিনয়ন বিহুতলী, বেবেজীয়াৰ ১নং কৌপাতনী গাঁৱৰ চামপৰীয়ালেদাং বিহুতলী, গোঁহাইগাঁৱৰ বিহুতলী আদি। স্থায়ী বিহুতলী নথকা ঠাইত অস্থায়ীভাৱে নিৰ্মাণ কৰা বিহুতলীসমূহো প্ৰাকৃতিকভাৱে সজাই তোলা হয়। ক'ৰবাত মঞ্চবিহুৰ আয়োজন কৰিলেও সেইবোৰতো অবিভক্ত জিলাখনৰ বিহুৰ ঐতিহ্য সুৰক্ষিত কৰাত গুৰুত্ব প্ৰদান কৰা হয়। অসমত মহানগৰীয়া মঞ্চবিহুৱে ৰঙালী বিহুৰ বিকৃতিকৰণ আৰু ধ্বংস যজ্ঞ আৰম্ভ কৰাৰ বিপৰীতে অবিভক্ত লক্ষীমপুৰ জিলাখনৰ মঞ্চবিহুৰ উদ্যোক্তাসকলে বিহুৰ ঐতিহ্য ৰক্ষা কৰাৰ ক্ষেত্ৰত শেনৰ দৃষ্টিৰে কাম কৰা দেখা যায়। অৱশ্যে অজ্ঞতা আৰু দৃষ্টিভংগীৰ তাৰতম্যৰ বাবে অবিভক্ত লক্ষীমপুৰ জিলাখনৰ দুই-এক মঞ্চবিহুৱে নগৰীয়া বিহুক অনুসৰণ কৰাত বিহুৰ গৰিমা কিছু পৰিমাণে বিঘ্নিতও হৈছে। এই দিশত সচেতন মহলে দৃষ্টি নিক্ষেপ কৰা উচিত।

অবিভক্ত লক্ষীমপুৰ জিলাখনৰ আহোম, চুতীয়া, মিচিং, সোণোৱাল, কছাৰী, ঠেঙাল কছাৰী, বড়ো, কোচ, কৈৱৰ্ত, কলিতা, ব্ৰাহ্মণ, কায়স্থ, চাহ জনগোষ্ঠী আদি জনগোটৰ বসতিথলী। এই জনগোষ্ঠীসমূহে স্বকীয় নিময়

আৰু পৰম্পৰাৰ মাজেৰে ৰঙালী বিহু পালন কৰিলেও বিহুৰ পৰিৱেশনত উমৈহতীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়। এই বৈশিষ্ট্য ৰক্ষা কৰাত জিলাখনৰ ইছলামধৰ্মীসকলেও বিশেষ ভূমিকা পালন কৰি আহিছে। বিশেষকৈ লক্ষীমপুৰ নগৰক কেন্দ্ৰ কৰি অনেক মুছলমানলোকে নিজকে অসমীয়া জাতিৰ শক্তিশালী অংশীদাৰ বুলি ভাৱি ৰঙালী বিহু উদ্‌যাপনৰ মাজেৰে বিহুৰ ধৰ্মনিৰপেক্ষ ঐতিহ্যক সুৰক্ষিত কৰাত সক্ৰিয়ভাৱে অৰিহণা যোগাই আহিছে। মৌলবাদী চিন্তাৰ বিপৰীতে লক্ষীমপুৰ জিলাৰ মুছলমানসকলে বিহুৰ মাজেৰে উদাৰ আৰু প্ৰগতিশীল চিন্তাৰ বিকাশ সাধন কৰাৰ ভূমিকা নিঃসন্দেহে উল্লেখনীয়। সেয়ে ইছলামধৰ্মীসকলৰ পৰা আৰম্ভ কৰি আহোম, চুতীয়া, কোঁচ, কৈৱৰ্তলৈকে সকলো জনগোষ্ঠীৰ লোকে অবিভক্ত লক্ষীমপুৰ জিলাৰ বিহুৰ ঐতিহ্য সুৰক্ষিত আৰু বিকশিত কৰাৰ মাজেৰে অসমীয়া সংস্কৃতিৰ বৰঘৰৰ ভঁৰাল চহকী কৰাত যি ভূমিকা পালন কৰি আহিছে সেয়া সমগ্ৰ অসমবাসীৰেই আদৰ্শনীয় হোৱা উচিত। তদুপৰি বিহুৰ সৈতে ইতিহাস, প্ৰকৃতি, ঐতিহ্য আদিৰ সম্পৰ্ক যিদৰে অবিভক্ত লক্ষীমপুৰ জিলাত সুৰক্ষিত হৈ আহিছে সেয়া সামগ্ৰি ভাৱে বিহুৰ সুৰক্ষা চিন্তাৰ ক্ষেত্ৰত আৰ্হি হ'ব পাৰে। সেই আৰ্হি নিশ্চিতভাৱে জিলাখনৰ গাঁও-ভূঁইৰ বিহুৰ পৰম্পৰা, হুঁচৰি, মুকলি বিহু, টকা বিহু আদিৰ মাজেৰে সুৰক্ষিত হৈ আহিছে আৰু তেনে সুৰক্ষাৰ ক্ষেত্ৰত আনুষ্ঠানিকভাৱে ঢকুৱাখনাৰ ফাটবিহু, মাছখোৱাৰ ৰাতি বিহু, গোহাঁই গাঁৱৰ কুকুৰা বিহু আদিয়ে ঐতিহাসিক ভূমিকা পালন কৰি আহিছে। ■

*লেখকৰ ঠিকনা— প্ৰবক্তা, প্ৰিনচ্ অৱ ৱেলচ্*
*ইন্‌ষ্টিটিউট অৱ ইঞ্জিনিয়াৰিং এণ্ড টেকন্'ল'জী, যোৰহাট*

# বিহুটি আদৰৰ, বিহুটি সাদৰৰ, হিয়াৰ আমঠু আৰু বহুতো...

কমল শইকীয়া



এই আদৰৰ, সাদৰৰ, বাপতিসাহোন, হিয়াৰ আমঠু ৰঙালী বিহুটিলৈ আৰু আৰম্ভ হোৱা নতুন বছৰৰ বাবে 'ৰঙালী'ৰ যোগেদি আমি অসমবাসীলৈ জনালো আন্তৰিক শুভেচ্ছা, সমবেদনা আৰু ভক্তিভৰা শ্ৰদ্ধা, প্ৰীতি, সম্প্ৰীতি।

নিৰ্বাচনৰ ধুমুহা. চুনামীয়ে, গৰুবিহুৰ দিনা হোৱা প্ৰৱল ভূমিকম্প, বতাহ-বৰষুণ, শিলাবৃষ্টিয়ে বিধ্বস্ত কৰা অসমবাসী ৰাইজ সাজু হৈছে ঢোল, পেঁপা, গগনাৰে আদৰি সাদৰি লৈছে বহাগ বিহু তথা ৰঙালী বিহুক। সংবাদ মাধ্যম, নগৰে-চহৰে, গাঁৱে-গাঁৱে, প্ৰান্তৰে-প্ৰান্তৰে সাজু হৈছে বিহু সন্মিলনী, বিহুমেলাবোৰ ৰঙালী বিহুক জাকজমকতাৰে উদ্‌যাপনৰ বাবে। ফাগুনৰ উৰুঙা ফাকেদি সুৰুঙা বিচাৰি চ'ত মাহৰ ফৰকাল বতৰৰ সোৱাদ লৈ অতি সন্তপনে আহি আছে বসন্ত উৎসৱ। চাৰিওফালে সেউজ পৰিৱেশ, কুলি-কেতেকীৰ মাতে জগাই তুলিছে অসমৰ আকাশ-বতাহ, বিলাইছে জেউতী

পৰিৱেশ, বিহুৰ বতৰা, ৰঙালী বিহুৰ বিভিন্ন ৰঙৰ পৰিৱেশ। বৰষুণ, শিলাবৃষ্টি, শীতল পৰিৱেশে আমনি কৰিলেও, ম্লান কৰিব নোৱাৰে বিহুৰ উৎসৱ মুখৰ পৰিৱেশ। ৰামধেনুৰ সাতোটা ৰঙৰে আবিৰ সনা বিহুৱে বিলাব বিভিন্ন ৰঙৰ মেলা। ঐক্য-প্ৰীতি, সম্প্ৰীতিৰ মৰমৰ এনাজৰী। বিভিন্ন জাতি, ভাষা, কৃষ্টি, সংস্কৃতি মিহলি কৰি বিলাব জনাৰ শ্ৰদ্ধা, শুভাষীশ, শ্ৰদ্ধা আৰু সমিল মিলৰ প্ৰীতি বান্ধোন। সেইবাবেই ৰঙালী বিহুৰ আদৰ আছে, ঐতিহ্য আছে আৰু আছে সু-উজ্জ্বল ভৱিষ্যত। বৰলুইতৰ বুকুত হয়তো কেতিয়াবা পানী নোহোৱা হ'ব পাৰে। কিন্তু বিহুৰ আদৰ সাদৰ, স্বকীয়তা, মান্যতা, আদৰ-সাদৰ আৰু সাৱলীলতা কেতিয়াও কোনোকালে লুপ্ত হ'ব নোৱাৰে। ই সদায় সুপ্ত আৰু জাগৃত হৈ থাকিব চিৰদিন অসমবাসীৰ মন মন্দিৰত অনাগত দিনবোৰত, বছৰবোৰত, শতিকাবোৰত।

"বিহুৱে বিৰিণা পাত, বিহু থাকে মানে বিহুকে বিনাবা, বিহু গ'লে বিনাবা কাক।" এই আপ্ত বাক্যফাঁকি আমি পালন কৰি আহিছো প্ৰতিটো বছৰত ক্ৰমাগতভাৱে, একাদিক্ৰমে, বিৰামবিহীনভাৱে। বহাগ মাহটোৱেই বিহুৰ বতৰ। গোটেই মাহটোৱেই আমাৰ বাবে বিহু। বিহু বিহু লাগিছে গাত। সেই তাহানিৰ নদীৰ পাৰৰ বিহু, গছতলৰ বিহু, বাঁহনি তলৰ বিহু, গাঁওবোৰৰ বিহু আজিকালি ৰূপান্তৰিত হৈছে মঞ্চবিহুলৈ। মঞ্চবিহুবোৰত পুৰণি বিহুগীতবোৰৰ, বিহুনৃত্যবোৰৰ স্বকীয়তা নাই, আছে আধুনিকতা, কৃত্ৰিমতা, ব্যৱসায়িক সুৰ। বিহুমেলাবোৰো, বিহু সন্মিলনীবোৰতো চলিছে সেই ব্যৱসায়িক প্ৰতিযোগিতা। অৱশ্যে ব্যতিক্ৰম আছে। বিহুনৃত্যই লাভ কৰিছে নতুনত্ব। নতুন সাজোন-কাচোন, পোচাক-পৰিচ্ছদ, ক'লা-কৌশল, দেহৰ অংগীভংগী, হাতৰ লহৰ, চকু আৰু মুখৰ লয়লাস ভঙ্গী। দেহৰ ছন্দোময় বঙ্গীমাত সাঙোৰ খাইছে অত্যাধুনিক কলা-কৌশল। দৰ্শকক আনন্দ দিয়াৰ আন্তৰিক প্ৰচেষ্টা। বৰ্তমান সময়ৰ লগত বিহুনৃত্যই লাভ কৰিছে আন্তঃৰাজ্যিক সমাদৰ। যদিও অসমীয়া বিহুনৃত্যই ৰাজ্যিক, ৰাষ্ট্ৰীয় স্বীকৃতি লাভ কৰিব পৰা নাই, তথাপিও সমাদৰ লাভ কৰিছে ভাৰতৰ প্ৰতিখন ৰাজ্যতে। ভাৰতনৃত্যম, মণিপুৰী নৃত্য, কুচীপুৰী নৃত্য, কথকলি নৃত্য, ভাংৰা নৃত্যই লাভ কৰা ৰাষ্ট্ৰীয় স্বীকৃতিৰ দৰেই অসমীয়া বিহু নৃত্যই এদিন লাভ কৰিব এই স্বীকৃতি। অসমৰ বিহুনৃত্যৰ শিল্পীৰ অভাৱ নাই। নল মৰে গজালি উঠে।

চামে চামে শিল্পী আহিছে, গৈছে। প্ৰশিক্ষণ লৈছে, কাৰ্যকাৰিতা বাঢ়িছে আৰু এই দিশত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই যোগাইছে বৰঙণি, প্ৰভাৱ, শিল্পীসকলৰ মন মন্দিৰ আলোচিত হৈছে নতুন স্বপ্ন আৰু অনাবিল কৃতিত্বৰ। আমি আশাবাদী, আমাৰ এই আশা, এই প্ৰত্যাশাই, এই কামনা-বাসনাই, দূৰ ভৱিষ্যতত ফলপ্ৰসূ হ'ব আৰু অসমীয়া শিল্পীয়ে বিহুনৃত্যৰ দিশত নতুন দিগন্তৰ সূচনা কৰিব।

বিহুৰ সুৰক্ষা? বিহু সুৰক্ষা সমিতি? অসমত গঠিত হৈছে কিছু কিছু ঠাইত বিহু সুৰক্ষা সমিতি। এই কথাটোৱে আমাক ভবাই তুলিছে। অসমত বিশেষকৈ উজনি অসমত বিহুক সুৰক্ষা দিব লগা কোনো কথাই আমি ভাবিব নোৱাৰো। বিহুৰ উন্নতিৰ নামত, কাৰ্যকাৰিতাৰ নামত, গতিশীলতাৰ নামত কমিটি বা সমিতি হোৱাত আমাৰ ক'বলগা নাই। কিন্তু বিহুৰ সুৰক্ষা? 'সুৰক্ষা' শব্দটোৱে আমাক ভবাই তুলিছে। বিহুক সুৰক্ষা দিবলগা অৱস্থা হৈছে নেকি? বিহু নৃত্যৰ নামত, বিহু গীতৰ ওপৰত গৱেষণা হওঁক, আদৰণীয়। কিন্তু সুৰক্ষা দিবলগীয়া হোৱা নাই, অকল্পনীয়। বিহু সুৰক্ষা সমিতিৰ সেইবাবে প্ৰয়োজনো নাই। এটা দিশত অৱশ্যে বিহু সুৰক্ষা সমিতিয়ে কিছু কৰিবলগীয়া আছে। এই বছৰকে ধৰি যোৱা দুবছৰমান গাঁওবোৰত নগৰে-চহৰে হুঁচৰি বিহুৰ দলবোৰ ক্ৰমান্বয়ে নোহোৱা হৈছে। এই দলবোৰে ঘৰে ঘৰে গৈ হুঁচৰি বিহু মাৰে, বিহুগীত গায়, ভগৱানৰ গীত গায়, বিহুনৃত্য কৰে আৰু শেষত গৃহস্থই দিয়া দক্ষিণা গ্ৰহণ কৰি আশীৰ্বাদ দিয়ে। এই দলবোৰ সৰু সৰু ল'ৰা-ছোৱালীৰ দল, ডেকা-গাভৰুৰ দল, গাভৰুৰ দল, বোৱাৰীৰ দল আছিল। উদ্দেশ্য বিহুগীত গোৱা, বিহুনৃত্য কৰা, ৰঙালী বিহুটি নৃত্য-গীতেৰে পাৰ কৰা এটা চহকী আৰু ঐতিহ্যপূৰ্ণ পৰম্পৰা। এনেধৰণৰ ঐতিহ্যসম্পন্ন, চহকী কৃষ্টি-সংস্কৃতি ক্ৰমে কমি যোৱাটো চিন্তনীয় বিষয়। বিহু সুৰক্ষা সমিতিয়ে বিষয়টোৰ ওপৰত গুৰুত্বআৰোপ কৰি আলোচনা মাধ্যমেদি অনুকূল বাতাবৰণ কাৰ্য ব্যৱস্থা হাতত ল'ব পাৰে।

লক্ষীমপুৰ কেন্দ্ৰীয় বিহু সন্মিলনে প্ৰতিবছৰেই নতুন এটা প্ৰক্ৰিয়া, নতুন পদক্ষেপ, সাৰ্থক বুনিয়াদ গঠন কৰাৰ প্ৰয়াসটো সঁচা অৰ্থত শলাগিবলগীয়া। ২০১৫ বৰ্ষত তেনে এটা পদক্ষেপ আছিল বিভিন্ন ঠাইত অনুষ্ঠিত হোৱা বিহুমেলাবোৰক একত্ৰীকৰণ, বিভিন্ন নামৰ, একেই অৰ্থ আৰু

উদ্দেশ্যৰে উদ্‌যাপিত হোৱা বিহুমেলাবোৰক এক আৰু অনন্য কৰি একত্ৰীকৰণ কৰি একেখন মঞ্চতেই জাকজমকতাই, উলহমালহেৰে উদ্‌যাপন কৰা। এই দিশত কিছু সফলতাও লাভ কৰিছিল লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে এইবাবে এটা অতি দৰকাৰী বিষয় সংযোজন কৰিছে কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে আৰু সেইটো হৈছে এখন স্থায়ী কেন্দ্ৰীয় বিহু সমিতি গঠন। এই দৰকাৰী প্ৰস্তাৱটো কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ বাবে অনুষ্ঠিত হোৱা ৰাজহুৱা সভাত সৰ্বসন্মতিক্ৰমে গৃহীত কৰা হৈছে। ইয়াৰ স্থায়ী সভাপতি নিৰ্বাচিত হৈছে বিশিষ্ট সমাজকৰ্মী, সফল ব্যৱসায়ী শ্ৰীযুত উদয়শংকৰ হাজৰিকাদেৱ আৰু সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হৈছে উদ্যোগী ডেকা অসমীয়া বিভাগৰ সহযোগী অধ্যাপক শ্ৰীযুত অজিত বুঢ়াগোহাঞিদেৱ। এই দিশত তেখেতসকলে কাৰ্যব্যৱস্থা আৰম্ভ কৰিছে আৰু লক্ষীমপুৰ বিহুপ্ৰেমী ৰাইজ ইয়াৰ সফলতা প্ৰত্যক্ষ কৰিব এই বছৰৰ বিহু সন্মিলনী আৰম্ভণিৰ প্ৰাক-লগ্নৰে পৰা। লগতে পৰামৰ্শ বিহুমেলাবোৰ, সাংস্কৃতিক কাৰ্যসূচীবোৰ যাতে ব্যৱসায়ী দৃষ্টিভংগীৰ পৰা নিৰাপদ দূৰত্ব বজাই ৰাখে। ৰাইজৰ পৰা অভাৱনীয়ভাৱে ছান্দা বৰঙনি সংগ্ৰহ নকৰে, হাৰাহাস্তি নিদিয়ে আৰু চান্দা বৰঙনিবোৰ ইচ্ছামুলক হয় তাৰ ওপৰত গুৰুত্ব দিয়ে। লগতে শান্তি, সম্প্ৰীতি, অসূয়া, অপ্ৰীতি ৰক্ষণাবেক্ষণৰ বাবে ৰাতি বাৰ বজাৰ আগতে অনুষ্ঠান সামৰণি মৰাৰ ওপৰত গুৰুত্ব দিয়ে। পৰাপক্ষত বিহু সন্মিলনীৰ কাৰ্যসূচীবোৰত থলুৱা শিল্পীক প্ৰাধান্য দি বিহুগীত নৃত্যক মৰ্যাদা দিব, মান্যতা প্ৰদান কৰিব, আকৰ্ষণীয় ৰূপত তুলি ধৰিব। বিহু সন্মিলনী কাৰ্যসূচীবোৰৰ আকৰ্ষণ বাঢ়িব যাতে বাপতিসাহোন ৰঙালী বিহুৱে স্ব-মহিমাৰে, সুনাম, সুখ্যাতি অৰ্জন কৰিব।

'ৰঙালী' কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ লগত সঙ্গতি ৰাখি প্ৰকাশ কৰা মুখপত্ৰ 'ৰঙালী'খনিয়ে লক্ষীমপুৰত ৰঙৰ পোহাৰ মেলিব অসমীয়া ভাষা সাহিত্যৰ বিকাশ সাধন হ'ব। নতুন প্ৰজন্মৰ মাজত সাহিত্য প্ৰতিযোগিতা চলিব। ভাষা-সাহিত্যৰ উন্নতি হ'ব। অবিদ্যায়তনিক দিশৰ উন্নতিৰে ছাত্ৰ-ছাত্ৰীসকলৰো ভৱিষ্যত দিশ উজ্বলৰ পৰা উজ্বলতৰ হ'ব। এই প্ৰত্যাশাৰে— ■

*ঠিকনাঃ উত্তৰ লক্ষীমপুৰ*

# বিহু সমন্বয়ৰ উৎসৱ

মহেশ্বৰ নাথ

চিৰি লুইতৰ পাৰৰ এইখন শস্য-শ্যামলা চিৰসেউজীয়া বিভিন্ন জাতি-জনগোষ্ঠীৰ মিলনভূমি অসম। এইখন অসমতে ছশটা বছৰ ৰাজত্ব কৰিছিল আহোম স্বৰ্গদেউসকলে। ৰাজ্য শাসন কৰাই নহয় কৃষ্টি-সংস্কৃতিকৰ স্বকীয় ঐতিহ্যৰে বৰ অসমৰ ভেটিও গঢ়িলে বহল মনৰ স্বৰ্গদেউসকলে ত্ৰুটি নোহোৱাকৈ। সেই সকল স্বৰ্গদেউৰ কৃপাতে গছৰ তল, পদুলি মুখৰ পৰা হুঁচৰি গৈ পালেগৈ ৰাজ্য দৰবাৰ। বিহুৰ আদৰ বাঢ়িল। আৰম্ভ হ'ল গৃহস্থৰ চোতালত আশীৰ্বাদ দিয়াৰ পৰম্পৰা। বিহু অসমৰ প্ৰতিজন মানুহৰ হিয়াৰ আমঠু। বিহুত আছে আবেগ-অনুভূতি, শ্ৰদ্ধা-প্ৰেম। ইয়াত আছে যাদু, এই যাদু শক্তিৰ প্ৰভাৱতে বিদেশীয়ো হৈ পৰে স্বদেশী। পৰ্বত-ভৈয়াম সকলোকে এডাল এনাজৰিৰে বান্ধ খুৱাই ৰাখিব পৰা এক অনাবিল শক্তি এই বিহুত। বিহু বুলিলেই আমি অধিক প্ৰাধান্য দি আহিছো বহাগ বিহুক। বহাগ বিহুক আমি কৃষিভিত্তিক উৎসৱ বুলি মানি আহিছো। কিন্তু প্ৰশ্ন হয়—কাতি বিহু আৰু মাঘ বিহুক কৃষিৰ লগত ভিত্তিত উৎসৱ নহয় নেকি? কাতি বিহু, মাঘ বিহুৰ সম্পৰ্ক আছে কৃষিৰ লগত। কিন্তু ঋতুৰ নান্দনিক পৰিৱৰ্তনৰ ওপৰত গুৰুত্বআৰোপ কৰিয়ে অধিক প্ৰাধান্য দি আহিছো আমি হেপাহৰ বহাগক। যি স্বাভাৱিকতেই সকলোকে কৰি তোলে জীপাল—সমন্বয়ৰ বাৰ্তা লৈ যায় ইজনৰ পৰা সিজনলৈ।

অসমৰ জনজীৱনৰ মূল আধাৰ এই বহাগ বিহু আৰম্ভ হয় চ'তৰ সংক্ৰান্তীৰ পৰা। বহাগ মাহৰ অধিক সময় ধৰি অব্যাহত থাকে ৰং আনন্দ। এই কেইটা দিনৰ ৰং আনন্দ উপভোগ কৰিবৰ বাবে অসমীয়া সমাজে বাটচাই থাকে হেঁপাহৰ বহাগক আদৰিবৰ বাবে। বিহুত খৰছ কৰিবৰ বাবে গোটেই

বছৰ পৰিশ্ৰমৰ ধনৰ অলপমান হ'লে সঞ্চিত কৰি ৰাখে প্ৰতিগৰাকী গৃহস্থই। বিহুবলীয়া প্ৰতিজন অসমীয়াই এইকেইটা দিনত নিলগাই থব বিচাৰে দৈনন্দিন জীৱনৰ অভাৱৰ অনুভৱ। পিঠা-পণাৰ পৰা আৰম্ভ কৰি বিহুৰ প্ৰয়োজনীয় সামগ্ৰী নিজৰ ঘৰখন সজীৱ কৰি ৰাখিব বিচাৰে প্ৰতিজনে। বিহু বুলি এযোৰ নতুন কাপোৰ পৰিধান কৰাই নহয়, অট্টালিকাৰ পৰা সাধাৰণ ঘৰখনলৈকে সকলোৱে চুন-তেল ঘঁহি নতুন কৰিব বিচাৰে নিজৰ ঘৰখনক। এয়া এতিয়াৰ কথা নহয়, অতিজৰ পৰা ধাৰাবাহিক ৰূপত চলি থকা অসমীয়াৰ পৰম্পৰা। সেয়া বহাগক আদৰিবৰ বাবে অসমৰ প্ৰতিটো জাতি-জনগোষ্ঠীয়ে অপেক্ষা কৰি থাকে অতি আগ্ৰহেৰে। আঙুলি মূৰত হিচাপ কৰে দিন-বাৰৰ্। বিশেষকৈ উখল-মাখল লাগে ডেকা-গাভৰুহঁতৰ মনত। কাৰণ এয়া গোপন কোণত থকা মৰমৰ আদান-প্ৰদানৰ বতৰ।

ঘৰতো নবহে মনে সমনীয়া
পথাৰতো নবহে মন।
কঁহুৱা তুলাবোৰ যিদৰে উৰিছে
সেইদৰেই উৰি যাবৰ মন।।

বিহু অহাৰ লগে লগে ডেকা-গাভৰুহঁতৰ মন বলিয়া হয়, মন উৰে কঁহুৱাৰ তুলাৰ দৰে। কাৰণ কুলি, কেতেকীৰ কোমল মাতে লৈ অহা এয়া বসন্তৰ বলিয়া বা।

বিহু উৎসৱ ঘাইকৈ কৃষিজীৱী মানুহৰহে উৎসৱ। কঠোৰ পৰিশ্ৰম কৰি কৃষকসকলে খেতি কৰি জীৱন নিৰ্বাহ কৰে। বিহু উৎসৱ বিলাকত যিখিনি খাদ্য আৰু সাজ-পাৰ ব্যৱহাৰ কৰা যায় সকলোখিনি খেতিৰ ধনেৰেই উপাৰ্জন কৰা। পূৰ্বতে এই বিহু আৰম্ভ হৈছিল খেতিয়কসকলৰ মাজতে। যিহেতু বহু পৰিশ্ৰমেৰে খেতি-খোলা কৰি থকা কৃষকসকলে নিৰ্দিষ্ট এটা সময়ত কৰিছিল ৰং-আনন্দ। আৰু এনেধৰণে আৰম্ভ হৈছিল এই বহাগ বিহু। খেতিয়কসকলে বিভিন্ন খেতি কৰিলেও বিশেষভাৱে গুৰুত্ব দিছিল আহুখেতি। সেয়ে হয়তো আহুধান মাটিত পেলোৱাৰ পিছত আৰু শালি খেতি কাম-কাজ আৰম্ভ কৰা আগমুহূৰ্তৰ এই সময়খিনিকে বাচি লৈছিল ৰং-আনন্দ কৰিবৰ বাবে। কিন্তু আজিৰ তাৰিখত ক্ৰমান্বয়ে কৃষকসকলৰ মাজত হেৰাই গৈছে আহু খেতিৰ পৰম্পৰা। হয়তো আজি তাৰিখত শতকৰা এখন গাঁওতো দেখা নাযায় আহুধানৰ খেতি। সেয়া যিয়ে নহওক চলি থাকিব

বিহুৰ পৰম্পৰা। অতীতৰ বিহুৰ পৰিৱেশ আৰু আজিৰ বিহুৰ পৰিৱেশৰ মাজত যথেষ্ট পাৰ্থক্য থাকিলেও বিহুৰ এই সুৰ কিন্তু বাজি থাকিব প্ৰতিজন অসমীয়াৰ হৃদয়ে হৃদয়ে। বহাগ বিহু অসমীয়াৰ গৌৰৱ—অসমীয়াৰ ঐতিহ্য। একেদৰে আমি সগৌৰৱেৰে ক'ব পাৰো আমাৰ ৰং আনন্দৰ সমান দেশৰ কোনো পূজা অথবা উৎসৱত হ'ব নোৱাৰে। অসমৰ বিহুৱে বিশ্বৰ দৰবাৰটো স্থান লাভ কৰিবলৈ সক্ষম হৈছে। আনহাতে অসমীয়া জাতিটো যে কৃষ্টি-সংস্কৃতিত আগবঢ়া এটা জাতি সেয়াও ইতিমধ্যে স্বীকৃত হৈছে বিশ্ব দৰবাৰত। সেয়ে হয়তো বিদেশী পৰ্যটকসকলেও বিহুৰ বতৰত এপাক ননচাকৈ নোৱাৰে। আজিকালি ইংলেণ্ড, আমেৰিকা আদি বহুত ৰাষ্ট্ৰৰ বহুলোকে অসমৰ বিহুনাম শিকা আৰু বিহু নচা প্ৰশিক্ষণ লৈ থকাও পৰিলক্ষিত হৈছে। যিখিনি ইতিমধ্যে প্ৰচাৰ হৈছে বিভিন্ন প্ৰচাৰ মাধ্যমতো। এয়াই নিশ্চয়কৈ আমাৰ গৌৰৱৰে কথা। বহাগ বিহুৰ আনন্দ আৰু মাদকতা সঁচাই চিৰি লুইতৰ পাৰৰ কেঁচা মাটিৰ লগত বিজড়িত হৈ আছে। অনাদি কালৰ পৰাই বিহুৰ মাদকতা পান কৰি আহিছে চহা অসমীয়া সমাজে।

বহাগ বিহুক ধৰ্মনিৰপেক্ষ উৎসৱ বুলি আমি ক'ব পাৰো। ইয়াত জাতি, ধৰ্ম, জাত-পাত নাথাকে কোনো সিমাবদ্ধতা। হেলাৰঙেই সকলোৰে উদ্‌যাপন কৰে বিহু। এই বিহু সমন্বয়ৰ উৎসৱ। কিন্তু সামগ্ৰীকভাৱেই এতিয়া পৰিৱৰ্তন ঘটিছে বিহুত। গাঁৱৰ ঘৰৰ চোতালৰ পৰা ক্ৰমান্বয়ে আঁতৰি আহিছে বিহু। বিহুৰ উলহ-মালহৰ পৰিৱেশ ম্লানো হোৱা পৰিলক্ষিত হৈছে গাওঁবোৰত। নগৰ বুলিয়েই নহয় ভিতৰুৱা গাঁও সমূহতো বজাৰৰ চিৰা, পিঠা কিনি আনি বিহু পতা আৰম্ভ হৈছে। এয়া নিশ্চয়কৈ শুভ লক্ষণ। সময় গতিশীল। যুগৰ পৰিৱৰ্তনৰ লগেলগে কৃষ্টি, সংস্কৃতিটো পৰিৱৰ্তন হোৱাটো স্বাভাৱিক। একেদৰে নিজৰ ঐতিহ্য পৰম্পৰা পাহৰাটোও কিন্তু অনুচিত। আমাৰ ককা-আজুককাহঁতে দি যোৱা এইবোৰ জাতীয় গৌৰৱৰ চিন। বিহু আমাৰ জাতীয় জীৱনৰ আনন্দ, আবেগ অনুভূতিৰ উৎসৱ। বসন্তৰ পৰশ পাই প্ৰকৃতিয়ে পুৰণি সাজ এৰি নতুন সাজ পৰিধান কৰে। বহমথুৰি কোমল কোঁহৰ ৰঙে শুৱনি কৰে গাভৰুহঁতৰ ওঁঠ। তেনেস্থলত আমাৰ জাতীয় জীৱনৰ হিয়াৰ আমঠু বহাগে নজাগাবৈয়েবা কিয় আকৌ আৱেগ-অনুভূতি। বিহুৱাহঁতে পাহাৰ বগাই বগাই কপৌফুল আনি দিম বুলি গোৱা বিহু গীত অৱশ্যে আগৰ দিনত সঁচাই আছিল, কিন্তু এতিয়া সেইবোৰ পাহৰণিৰ গৰ্ভত। সময়ৰ

চকৰি ঘূৰি বহুত বিহুনামো পাহৰণিৰ গৰ্ভত লীন যোৱা উপক্ৰম হৈছে। আজিৰ যুগত মানুহে শিক্ষাৰ ওপৰত গুৰুত্ব ঠিকেই দিছে, কিন্তু জাতীয় কলা-কৃষ্টিৰ ওপৰত স্বাভাৱিকতে কমাই দিছে আস্থা। এই কথাবোৰ এতিয়া ভালকৈ ভাবিবৰ হ'ল। কলা-কৃষ্টি এটা জাতিৰ এখন দাপোন। এটা স্বাধীন জাতিৰ নিজস্ব কলা-কৃষ্টি, সংস্কৃতি থাকিবই লাগিব, নহ'লে বিশ্বৰ দৰবাৰত অসমীয়া জাতি বুলি আমি কেতিয়াও পৰিচয় দিব নোৱাৰিম। পৰিৱৰ্তনৰ ধামখুমীয়াত ক'ৰবাত আমাৰ কলা-সংস্কৃতিত এতিয়া ঘুনে ধৰিছে যদিও ঘুনবোৰ আঁতৰোৱাৰ কামো আমিয়ে কৰিব লাগিব। বৰ্তমান বিশ্বৰ প্ৰতিটো জাতি-জনগোষ্ঠীয়েই নিজৰ কলা-সংস্কৃতিৰ প্ৰতি সজাগ হৈছে। প্ৰত্যেক দেশৰ জনগণই বুজি উঠিছে যে জাতীয় কৃষ্টি-সংস্কৃতি জীয়াই ৰাখিব নোৱাৰিলে এদিন হেৰাই যাব সকলো পাহৰণিৰ গৰ্ভত। গতিকে বিহুৱেই নহয় সকলো জাতীয় কৃষ্টি-সংস্কৃতি জীয়াই ৰখাৰ প্ৰচেষ্টা অব্যহত ৰাখিব লাগিব আমি প্ৰতিজন অসমীয়াই। বিহু আমাৰ বাপতিসাহোন। বিহু প্ৰতিজন অসমীয়াৰ মানুহৰ আনন্দৰ ভঁড়াল। বিহুৰ সম্পৰ্ক আছে প্ৰতিজন অসমীয়াৰ তেজৰ লগত। চৰায়ে গা ধুই পাখি জোকাৰি দিলে পানী সৰি পৰাৰ দৰে অসমীয়া মানুহৰ গাৰ তেজৰ পৰা বিহু আঁতৰ কৰিব নোৱাৰে। কেতিয়াও নাইকীয়া হ'ব নোৱাৰে অসমীয়াৰ গাৱপৰা কেঁচা মাটিৰ গোন্ধ। অসমৰ চহা খেতিয়ক জাতি-জনজাতি মানুহৰ তেজৰ লগত ৰঙালী বিহুৰ ৰং জড়িত হৈ আছে। সেইবাবেই ঢোল, পেঁপা, গগনাৰ মাত শুনাৰ লগে লগে গা সাতখন আঠখন হৈ পৰে প্ৰতিজন অসমীয়াৰ। পৰিৱৰ্তনৰ ধানখুমীয়াতেই আমিবোৰ ক্ৰমান্বয়ে হৈ পৰিছো নগৰমুখি। কামৰ ব্যস্ততাৰ ওপৰত গুৰুত্ব দিব লগা হোৱাৰ বাবে হয়তু সময় সুবিধা নিৰূপণ কৰিব নোৱাৰি, কিন্তু গাঁওবোৰত তেনে ব্যস্ততা থাকিলেও কিছু সুৰুঙাও থাকে। আনহাতে গাঁৱৰ ডেকা-গাভৰু এক গোট হ'ব পৰাৰ স্থলো আছে। নগৰ-চহৰত তেনে সুবিধা প্ৰায়ে নাথাকে। গতিকে আমি গ্ৰাম্য সমাজবাসীয়েও আজি নগৰ চহৰৰ লগত ফেৰ মৰি নিজৰ খোজা পাহৰি গৈছোহঁক। পৰিৱৰ্তিত ব্যৱস্থা অথবা আন বহু কাৰণতেই হওক বিহুটোও সম্প্ৰতি গতি কৰিছে পুতৌ লগা অৱস্থালৈ। উঠি অহা প্ৰজন্মই বিহুৰ ওপৰত কিমান গুৰুত্ব আৰোপ কৰিব সেয়া সময়েহে ক'ব। কিন্তু আমি মুঠি মাৰি ধৰি ৰাখি উঠি অহা প্ৰজন্মক আদৰ্শৰ বাট দেখুৱাব লাগিব। অসমত সমাজ ব্যৱস্থা যেতিয়া আৰম্ভ হৈছিল

তেতিয়াৰ পৰাই বিহু উৎসৱৰ জন্ম হৈছিল, গতিকে আমি আৰু বহল দৃষ্টি ভঙ্গীৰে ইয়াৰ প্ৰসাৰতা বঢ়োৱা উচিত। যুগৰ পৰিৱৰ্তন বুলি সকলো এ... দিলে আমি অসমীয়া জাতিটো এসময়ত দিশহাৰা হ'ব লাগিব। গতিকে আমি বিশ্বদৰবাৰত বহুল প্ৰচাৰ কৰি অসমীয়া জাতিৰ গৌৰৱ কঢ়িয়া... আনিবৰ বাবে প্ৰচেষ্টা অব্যহত ৰাখিব লাগিব। স্বাধীন দেশৰ স্বাধীন নাগৰি... হিচাপে আমাৰ প্ৰকৃত স্বাধীনতাৰ সোৱাদ ল'বলৈ হ'লে নিশ্চয়কৈ আ... সজীৱ কৰি ৰাখিব লাগিব আমাৰ নিজৰ কলা-সংস্কৃতি।

বসন্ত ঋতু প্ৰতি বছৰে আহিব, পৃথিৱীখনে প্ৰাকৃতিক সৌন্দৰ্য্য পোহাৰ মেলিব। কুলি, কেতেকীৰ শুৱলা মাতত কৃষকৰ মনত ৰঙালী বিহু... প্ৰেম জাগ্ৰিত হ'ব। আগবাৰী-পিছবাৰী শুৱনী কৰি ফুলিব কপৌ। এইবো... চিৰন্তৰ নীতি। পৃথিৱীখন থাকে মানেই কেতিয়াও পৰিৱৰ্তন নহ'ব এ... নিয়মৰ। সেয়ে প্ৰকৃতিৰ নান্দনিক পৰিৱৰ্তনৰ মাজেৰেই অহা হেপাহৰ বহা... বিহুক আমি লৈ যাব লাগিব আৰু এখোপ ওপৰলৈ। আমাৰ কলা-কৃষ্টি... জীয়াই থাকিলেহে অটুট থাকিব আমাৰ সন্মান। আহক সহযোগিতাৰ হা... আগবঢ়াও সকলোৱে। ■

*অৱসৰপ্ৰাপ্ত শিক্ষক*

*ফুলবাৰী উঃ মাঃ বিদ্যালয়, ১নং মাজগাঁ...*

# অসমৰ লোক সংস্কৃতিৰ অৱলোকন

ভানলাল বোৱানা

## তিৱা লোক নৃত্য

## 'বৰত পূজা মিছা'ৱা

অসমৰ মৰিগাঁও, নগাঁও, কাৰবি আংলং, কামৰূপ জিলাৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ আছে, তিৱাসকল; অসমৰ এক অন্যতম শক্তিশালী জনজাতি। এই তিৱাসকলক লালুং নামেৰে ও পৰিচিত। অসমৰ ইতিহাসত, তেতেলীয়া, গোভা, ডিমৰীয়া ৰজাৰ শৌৰ্য-বীৰ্যৰ কথা তথা তাহানিৰ তিৱাসকলৰ পৰম্পৰা আজিও বিদ্যমান। বিশেষকৈ তাহানিৰ তিৱা ৰজাসকলৰ প্ৰচলিত বিনিময় প্ৰথা "জোনবিল মেলা" আজিও দেশ-বিদেশৰ মানুহক আকৰ্ষিত কৰি আছে।

তিৱা জনগোষ্ঠীৰ অন্যতম লোক নৃত্য হৈছে "বৰত পূজা মিছা'ৱা"। অসমৰ ভৈয়াম তিৱা জনজাতিৰ অন্যতম ফৈদ হৈছে, তেতেলীয়া ৰজাৰ ফৈদ। তেতেলীয়া ৰজাৰ অকুমাৰী পূজাই হ'ল ঊষা বা পুৱা বৰত উৎসৱ। তেতেলীয়া পাহাৰৰ নামনিত কাতি মাহৰ পৰা মাঘ মাহলৈ এই উৎসৱ পালন কৰা হয়। অকুমাৰী ছোৱালীয়ে উপবাসে থাকি বৰত পালন কৰা বাবে, এই উৎসৱক ঊষা বা পুৱা বৰত উৎসৱ বুলি কোৱা হয়। পুহ মাহৰ পূৰ্ণিমা ৰাতি বৰতৰ থলিত তিনিশ তিনিকুৰি বন্তি জ্বলাই সেই বন্তিৰ পোহৰত গধূলিৰ পৰা এই উৎসৱ আৰম্ভ হয়। এই উৎসৱত তিৱা শিল্পীসকলে গাত ছচকাই, ফাচকাই, ঠানা টাগলা, ফাগ আদি পৰি ধান কৰে। বিভিন্ন তিৱা গাঁওৰ পৰা অহা ঢুলীয়া, গায়িকা আৰু আন লোক শিল্পীসকলে গদালীপৰীয়া গীত গাই, গাই, চৰাই লৌ নচুৱাই, আদি ঢোলৰ চেৱত নাচি, নাচি, পেঁপা, শিঙা বজাই শিল্পীসকলে তিনিশ তিনিকুৰি বন্তিক সাক্ষী কৰি প্ৰতিযোগিতা

আৰম্ভ কৰে আৰু প্ৰতিযোগিতাৰ মাজেদি ডেকা-গাভৰুৱে ভাল পোৱা আদান-প্ৰদান কৰে।

# কাৰবী "চমাং কান"

কাৰ্দম (নমস্কাৰ)
কলাক চিকা ডাম্'প (কলৈ যোৱা)
চমাং কান ডাম'প (চমাংকানলৈ যাওঁ)

এই 'চমাংকান' নৃত্য অথবা উৎসৱ আয়োজনৰ ফলত মৃতক আত্মাই শান্তি পাই বুলি কাৰবীসকলে বিশ্বাস কৰে। দুখ-বেদনাৰ পৰা সকলে মৃত ব্যক্তিয়ে যাতে হেম'ফু (ভগৱান)ৰ ওচৰত স্থান পাই তাৰ বাবে কাৰবীসকলে ৰং হান (কাৰবী ৰজাৰ ফৈদ)সকলৰ উপস্থিতিত চমাংকান উৎসৱ আৰম্ভ হয়, চমাংকানৰ প্ৰথম দিনটো ৰূকেহুম বোলে। এই দিনটোত কাৰবী শিল্পীসকলে হাতত ঢাল, তৰোৱাল লৈ নৃত্য গীত কৰে। আৰু শিল্পীসকলে গাত পিনিক, পহু, জাৰেক আদি পৰিধান কৰে। দ্বিতীয় দিনটোত কানছু নৃত্য, এই নৃত্যৰ যোগেদি শিল্পীসকলে তেওঁলোকৰ মাজত পানীয় দ্ৰব্য যে অপৰিহাৰ্য তাক এই নৃত্যৰ যোগেদি প্ৰকাশ কৰে। অন্তিম দিনা বানজাব কেকূ অনুষ্ঠানৰ যোগেদি 'চমাংকান' উৎসৱ সামৰণি মৰা হয়। ইয়াৰ উপৰিও খেতি চপোৱাৰ গ্ৰাম্য জীৱনৰ এটি চিত্ৰ ৰংকাৰ হেচ্ছা আৰু হাত্ চ্ কেৰং নাচৰ যোগেদি দাঙি ধৰে। কাৰবীসকলে এই লোক নৃত্যৰ যোগেদি তেওঁলোক যে লোক নৃত্যত অতিকৈ চহকী তাক চমাংকান উৎসৱৰ যোগেদি সুন্দৰকৈ দাঙি ধৰে।

* * * * *

# মিচিং লোক নৃত্য
# "গুমৰাগ চঃ মান"

কালৰ সোঁতত লুইতৰ বুকুয়েদি বহু সংস্কৃতি উঠি ভাহি ভাটিৰ দেশ পালে। কিন্তু সংস্কৃতিৰ চহকী সংস্কৃতিৰ বৰলুইতে এতিয়াও বুকু উদঙাই

ৰাখিছে। ফলত লুইতৰ পাৰে পাৰে গঢ় লৈ উঠিল বহু লোক সংস্কৃতি। ঠিক সোৱণশিৰী নৈৰ বুকুত সোণ বোটলা লুইতপৰীয়া মিচিং সংস্কৃতিৰ ঐনিতম সুৰৰ লহৰ তুলি বিশ্ব দৰবাৰত "গুমৰাগ চঃমান" নাচৰ ঝংকাৰ মিচিং জাতিৰ পৰিচয় দিছে, অসমৰ অন্যতম ভূমিপুত্ৰ বুলি। মিচিং সকলৰ এক উল্লেখযোগ্য লোকনৃত্য হৈছে, "গুমৰাগ চঃমান", নৈপৰীয়া মিচিংসকলে নদীৰ কালৰ ৰূপ আৰু পৰিস্থিতিৰ লগত সংগ্ৰাম কৰিও মিচিংসকলক জীয়াই থকাৰ আৰু অধিক প্ৰাণৱন্ত কৰি তোলে "গুমৰাগ চঃমান" লোকনৃত্যই। অসমৰ অন্যান্য জনজাতিৰ দৰে মিচিং জনগোষ্ঠীৰো নিজা ভাষা, সাহিত্য, সংস্কৃতি আছে। মিচিং সংস্কৃতি এক সমৃদ্ধিশালী সংস্কৃতি। পেটমৰা ভড়ালেৰে ভৰপুৰ মিচিং লোকনৃত্য। বাঁহীৰ যি মন পৰশা ধ্বনি, হৃদয় চুই যোৱা। অনঁতাৰ কেন্দ্ৰৰ মিচিং অনুষ্ঠানৰ ৰেডিঅ'ৰ চুইচ অন কৰিলেই গম পাই যাব মিচিং বাঁহীত কিমান যে চুম্বক থাকে। উপন্যাস সম্ৰাট ৰজনিকান্ত বৰদলৈৰ "মিৰি জীয়ৰী" জংকি পানেই লোকগাথাঁ ঐনিতমৰ কৰুণ সুৰত আজিও জীৱন্ত ৰূপত প্ৰতিধ্বনি হৈ আছে। কৃষ্টিৰ সৃষ্টিত নতুনত্ব বিচাৰি আজিৰ মিচিং ডেকাই গাত মিবু গালোক, গৰ্ণ ওগন, দুমৰ পৰিধান কৰি দুমদুম, দেনতক, লুঃপী, কুৰুলি, পেম্পা বজাই নিজৰ ঐতিহ্য নিজৰ পৰম্পৰা আজিও ৰক্ষা কৰি আহিছে, কাংকান কনেঙে লৃগাংত এগে গাচৰ, ৰিবি গাচেং, গে'ৰ পৰিধান কৰি "গুমৰাগ চঃমান" নাচি নিজৰ অচিন আজনক বিচাৰি হাবাথুৰি খাই বিশ্বায়নৰ কবলৰ পৰা নিজকে ৰক্ষা কৰি নিজৰ সংস্কৃতি আজিও জিলিকাই ৰাখিছে লুইতৰ পাৰে পাৰে।

কুমপা্ চুদুম (নমস্কাৰ)

* * * * *

## দেউৰীসকলৰ
# ইবাঁকু বিচু

যি দৰে নৈ, উপনৈ মিলি বিশাল ব্ৰহ্মপুত্ৰ সৃষ্টি হৈছে, ঠিক একেদৰে জাতি-উপজাতি মিলি সৃষ্টি এই অসম ভূমিত। অসমৰ অন্যতম চহকী

জনগোষ্ঠী হৈছে দেউৰী জনগোষ্ঠী। দে-মানে দেৱতা, উ-মানে উপাসক আৰু ৰী মানে পুৰুহিত অর্থাৎ দেউৰীসকল হৈছে, দেৱতাৰ উপাসক বা পূজাৰী। অসমৰ স্ব-প্রান্তে বসবাস কৰা দেউৰী জনগোষ্ঠীক 'জীমছাঁয়া' বুলিও কোৱা হয়। জী-মানে পানী, ম-মানে মানুহ, ছাঁ-মানে চন্দ্র, য়াঁ-মানে সূর্য।

দেউৰীসকলৰ 'ইবাঁকু বিচু' বহাগ মাহৰ প্রথম বুধবাৰে দেওশালত পূজা অর্চনাৰে বলি বিধান যোগেদি পতা হয়। ইয়াত মুখ্য ভূমিকা পালন কৰে প্রধান পূজাৰীয়ে। ডেকা-গাভৰুৱে তথা গাঁৱৰ সকলো মানুহে মিলি কুন্দিগিৰা নামত পূজা অর্চনা কৰে। আৰু ৰাতিলৈ দেউৰীসকলৰ বোকা চটিওৱা খেল আৰম্ভ হয়। এই খেল কেতিয়াবা গোটেই নিশা পর্যন্ত দেখা যায়। বৃহস্পতি বাৰে পুৱাৰ ভাগত গৰু গাত মাহ-হালধি হানি লৈ নৈ, জান আদিত গাত ধুৱাই। দেউৰীসকলৰ এই ইবাঁকু বিচু সাত দিন ধৰি চলে। মিৰা-মিৰাচিসকলে (ডেকা-গাভৰু)আবেলি ঘৰে ঘৰে বিচু মাৰে অৱশ্যে তাৰ আগত তেওঁলোকৰ উপাস্য দেৱতা "কুন্দিগিৰাক" সেৱা জনাই লয়। আজিৰ বিচুত শিল্পীসকলে ইকু, বচে, বাইগা, ইগু গাটিগী, দুগদুগী, মাদলি, মতামণি পৰিধান কৰে। দেউৰী ডেকাকুৱে ঢোল, পেঁপা, তাল বজাই নাচনীক বলিয়া কৰে। মিৰাচিসকলে হাতত মুঠি খাৰু ডিঙিত চৰতীয়া পৰিধান কৰি নিজকে ৰমণীয় কৰি এপাহী বসন্ত কপৌ ফুললৈ ৰূপান্তৰিত হৈ দেউৰী ডেকাকুক ক্ষণে ক্ষণে আমন্ত্রণ জনাই বিচুৰ আঁৰে, আঁৰে লুকা ভাকু-খেলি নিজৰ কৃষ্টিৰ কাজল জুপি আজিও ৰক্ষা কৰি আহিছে। লা-দুমেনা।

* * * * *

## বড়োসকলৰ লোক নৃত্য 'বাগৰুম্বা'

ইমান মৰম লগা বড়োভনি চিখলা
জেখাই বায় আছিলে বিলত।
তোমাক দেখি মোৰ মন হ'ল বলিয়া
চেংবা মই পৰিলো প্রেমত।

বড়ো সংস্কৃতিক বাদ অসমীয়া সংস্কৃতিয়ে কেতিয়াও পূৰ্ণাংগ লাভ কৰিব নোৱাৰে। ই ধ্ৰূৰূপ। অসমৰ লোক সংস্কৃতিত বড়োসকলৰ অৱদান অনস্বীকাৰ্য। বৈশাগু (ব'হাগ) আৰম্ভ হোৱাৰ লগে লগে গছে-পাতে ন-কুঁহি পাত মেলে। প্ৰকৃতিৰ অপৰূপা সৌন্দৰ্যই বড়ো ডেকা-গাভৰু, বুঢ়া-মেথা সকলোকে মন বলিয়া কৰে। চৌদিশে কেৱল খ্ৰাম (ঢোল)ৰ গুমগুমণি, চিফুংৰ (বাঁহী) মৌসনা মাত জখা (তাল)ৰ ৰজনজন চেৰজা (বেহেলা)ত সুৰৰ লহৰ গংগনা (গগনা) আদিৰ ঝংকাৰত মুখৰিত হৈ থাকে। সেই সময়ত বিশেষকৈ চেংৰা চিখলা (ডেকা-গাভৰু) সকলোৰে গাত তৎ নাইকীয়া হয়। খ্ৰাম, চিখুং, জ'খা চেৰজা, গংগনা লহৰত আৰু চেৰত চেংৰা চিখলাই ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ দলে দলে নাচি বাগি ফুৰে।

বড়োসকলৰ একমাত্ৰ বিশিষ্ট লোক নৃত্য হৈছে, 'বাগৰুম্বা', বড়ো গাভৰুসকলে পৰম্পৰাগত ভাৱে দখনা পৰিধান কৰি দুহাত মেলি দুহাতেৰে আৰনাই লৈ পখিলাৰ দৰে চেও দি দি বাগৰুম্বা নাচে। এই বাগৰুম্বা নাচত গাভৰুসকলে গাত ফালি বুলি আন এখন কাপোৰ গাত মেৰিয়াই লয়। বড়োৰ বাগৰুম্বা আৰু আমাৰ বিহুত এটাই পাৰ্থক্য আমাৰ, বিহুবোৰত যৌণ গন্ধি বিহু নামৰ প্ৰয়োভৰ বেচি আৰু বিহু নাচতো যৌণ উদ্দীপক বুলি বহুতো সমালোচকে কোৱা দেখা যায়। কিন্তু বাগৰুম্বা নাচ আৰু নামত যৌণ উদ্দীপক ভাৱে ভংগী দেখা নাযায় আৰু ইয়াৰ সম্পূৰ্ণ বিপৰীত। সেয়েহে, বাগৰুম্বা লোক নৃত্য সদায় গুৰু-গম্ভীৰ আৰু দৃষ্টি নন্দন। প্ৰকৃতি জগতৰ সহজ-সৰল ৰূপ বৰ্ণম গ্ৰাম্য জীৱনৰ প্ৰতিচ্ছবি লোক কথাৰ বৰ্ণনা বাগৰুম্বা নামৰ অন্যতম বৈশিষ্ট। পৃথিৱীৰ সকলো বাঁহীতকৈ চিংফুৰ সুৰৰ মাদকতা যে বেছি সেই কথা কিন্তু সকলোৱে স্বীকাৰ কৰি ল'বই লাগিব।

* * * * *

## লোক নৃত্য
## "জাৰি"

আজান ফকিৰৰ নামত প্ৰচলিত আঠ কুৰি জিকিৰ অসমীয়া

বড়ো সংস্কৃতিক বাদ অসমীয়া সংস্কৃতিয়ে কেতিয়াও পূর্ণাংগ লাভ কৰিব নোৱাৰে। ই ধ্ৰুৰূপ। অসমৰ লোক সংস্কৃতিত বড়োসকলৰ অৱদান অনস্বীকাৰ্য। বৈশাগু (ব'হাগ) আৰম্ভ হোৱাৰ লগে লগে গছে-পাতে ন-কুঁহি পাত মেলে। প্ৰকৃতিৰ অপৰূপা সৌন্দৰ্যই বড়ো ডেকা-গাভৰু, বুঢ়া-মেথা সকলোকে মন বলিয়া কৰে। চৌদিশে কেৱল খ্ৰাম (ঢোল)ৰ গুমগুমণি, চিফুংৰ (বাঁহী) মৌসনা মাত জখা (তাল)ৰ ৰজনজন চেৰজা (বেহেলা)ত সুৰৰ লহৰ গংগনা (গগনা) আদিৰ ঝংকাৰত মুখৰিত হৈ থাকে। সেই সময়ত বিশেষকৈ চেংৰা চিখলা (ডেকা-গাভৰু) সকলোৰে গাত তৎ নাইকীয়া হয়। খ্ৰাম, চিখুং, জ'খা চেৰজা, গংগনা লহৰত আৰু চেৰত চেংৰা চিখলাই ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ দলে দলে নাচি বাগি ফুৰে।

বড়োসকলৰ একমাত্ৰ বিশিষ্ট লোক নৃত্য হৈছে, 'বাগৰুম্বা', বড়ো গাভৰুসকলে পৰম্পৰাগত ভাৱে দখনা পৰিধান কৰি দুহাত মেলি দুহাতেৰে আৰনাই লৈ পখিলাৰ দৰে চেও দি দি বাগৰুম্বা নাচে। এই বাগৰুম্বা নাচত গাভৰুসকলে গাত ফালি বুলি আন এখন কাপোৰ গাত মেৰিয়াই লয়। বড়োৰ বাগৰুম্বা আৰু আমাৰ বিহুত এটাই পাৰ্থক্য আমাৰ, বিহুবোৰত যৌণ গন্ধি বিহু নামৰ প্ৰয়োভৰ বেচি আৰু বিহু নাচতো যৌণ উদ্দীপক বুলি বহুতো সমালোচকে কোৱা দেখা যায়। কিন্তু বাগৰুম্বা নাচ আৰু নামত যৌণ উদ্দীপক ভাৱে ভংগী দেখা নাযায় আৰু ইয়াৰ সম্পূৰ্ণ বিপৰীত। সেয়েহে, বাগৰুম্বা লোক নৃত্য সদায় গুৰু-গম্ভীৰ আৰু দৃষ্টি নন্দন। প্ৰকৃতি জগতৰ সহজ-সৰল ৰূপ বৰ্ণম গ্ৰাম্য জীৱনৰ প্ৰতিচ্ছবি লোক কথাৰ বৰ্ণনা বাগৰুম্বা নামৰ অন্যতম বৈশিষ্ট। পৃথিৱীৰ সকলো বাঁহীতকৈ চিংফুৰ সুৰৰ মাদকতা যে বেছি সেই কথা কিন্তু সকলোৱে স্বীকাৰ কৰি ল'বই লাগিব।

* * * * *

## লোক নৃত্য
## "জাৰি"

আজান ফকিৰৰ নামত প্ৰচলিত আঠ কুৰি জিকিৰ অসমীয়া

সাহিত্যৰ এক অমূল্য সম্পদ। এই জিকিৰৰ জনগীতৰ আধাৰত জাৰি নৃত্য পৰিবেশন কৰা হয়। সুদুৰ ইৰাকৰ বাগদাদ চহৰৰ পৰা আহি আজান ফকিৰ ভাৰত হৈ অসমত সোমাইছিল। দিখৌ নদীৰ পাৰৰ যৰাগুৰি চাপৰিত নিগাজী কৈ থাকিবলৈ লয়। আজান ফকিৰে মছজিদত পুৱাৰ পৰা গধূলি পাঁচবাৰ নামাজ পঢ়ি আজান দিছিল। আজান দিয়া বাবে মানুহবোৰে তেখেতক আজান ফকিৰ বা আজান পীৰ বুলি মাতিবলৈ ধৰে। পাছলৈ সেই নামেৰে তেখেত জনাজাত হৈ পৰিল। ইছলাম ধৰ্মত বাদ্যযন্ত্ৰ নিষিদ্ধ যদিও আজান ফকিৰ দেহ বিচাৰ গীত, কামৰূপীয়া লোকগীত, টোকাৰি গীতআৰু অন্যান্য ভক্তি মূলক গীতত দোতোৰা ব্যৱহাৰ কৰিছিল। মহাপুৰুষ শংকৰদেৱৰ আৰ্হিৰে আজান ফকিৰে ৰচনা কৰা জিকিৰত বাদ্যযন্ত্ৰ আৰু সুৰ তাল মিলাই জিকিৰ পৰিবেশন কৰিছিল। আজান ফকিৰ নিজেও সুকণ্ঠৰ অধিকাৰী আছিল।

আগৰ দিনত গাঁৱত সকামবা বিয়া সবাহ হ'লে ডেকা সকলক বয়োজেষ্ঠসকলে কামৰ ভাগপাতি দিছিল আৰু ডেকাগাভৰুসকলেও বয়োজেষ্ঠসকলৰ আদেশ মানি গৃহস্থৰ ঘৰত ৰভা-পৰলা দি সহায় কৰিছিল। গৃহস্থৰ ঘৰত ৰভা-পৰলা দিয়াৰ পাচত ভোজ-ভাত খাই গৃহস্থক আল্লাৰ ওচৰত দোৱা বিচাৰি আৰ্শীবাদ জিকিৰ গীতৰ আধাৰত বৃত্তকাৰে ঘূৰি ঘূৰি চাৰিওফালে জাৰি নৃত্য পৰিৱেশন কৰে। এই জাৰি নৃত্য পৰিবেশন কৰা শিল্পীসকলে পটলুং বা চুৰীয়া জালিকটা চোলা, গামোচা আদি গাত পৰিধান কৰে।

এই 'জাৰি' লোক নৃত্য শিৱসাগৰ, যোৰহাট জিলাত চেগা চোৰোকাকৈ দেখিবলৈ পোৱা যায়। এইয়া ই যথেষ্ট নহয়, সময় থাকোতেই ইয়াক সংৰক্ষণ কৰিব লাগিব। ন'হলে কালৰ সোঁতত ই নিঃচিহ্ন হৈ যাব। কাৰণ মই নিজেই প্ৰত্যক্ষ কৰিছো, 'হালকা' অনুষ্ঠানৰ যোগেদি আমাৰ সংস্কৃতিক অন্য ভাষা সংস্কৃতিয়ে গ্ৰাস কৰা। যত 'জিকিৰ' বা 'জাৰি' লোক নৃত্য পৰিবেশন কৰা নহয়। এটা কথা সকলোৱে মনত ৰাখিব লাগিব "জিকিৰ" গীত আৰু 'জাৰি' লোক-নৃত্য অসমৰ এক অমূল্য সম্পদ।

* * * * *

*দূৰদৰ্শন শিল্পী*

# বিহু প্ৰতিযোগিতাত বিচাৰকৰ ভূমিকা

পবিত্ৰ মহন ফুকন



অতি বেছি আধুনিকীকৰণ, অতি বেছি বাণিজ্যিকীকৰণ আৰু বিহুক অশ্লীলতাৰ মাজলৈ নি অৱনমিত কৰাৰ বিৰুদ্ধে এইবাৰ এইবাৰ অসমৰ বিহু সন্মিলন অনুষ্ঠিত কৰা বিহু উদ্যোক্তাসকল সজাগ হৈছে। বিহু অসম আৰু অসমীয়া জাতিৰ বাপতিসাহোন। এই বিহুক লৈ আমি বৃহত্তৰ অসমীয়া জাতিয়ে জাতিটোৰ চিনাকি দিওঁ। বিহুৰ স্বকীয়তা আছে। এই স্বকীয়তাই বিহুক জীয়াই ৰাখিব। বিহু নাথাকিলে অসমীয়া জাতিও যে নাথাকিব এই কথা সকলোৱে হৃদয়ঙ্গম কৰিছে। সেয়েহে পশ্চিমীয়া সংস্কৃতিৰ গ্ৰাহত পৰি কক্‌বকাবলৈ আৰম্ভ কৰা বিহুক সুৰক্ষা দিবলৈ অসমৰ ৰাইজে বিভিন্ন ধৰণে প্ৰচেষ্টা ল'ব লাগিব আৰু ইতিমধ্যে প্ৰচেষ্টা লোৱা দেখা গৈছে।

অসমৰ সচেতন, চিন্তাশীল বহুলোক বিহুৰ মৌলিকতা নষ্ট হোৱাৰ ক্ষেত্ৰত সজাগ হৈছে। ৰঙালী বিহুৰ বতৰত বিহুৰ উদ্যোক্তা, বিহু প্ৰতিযোগিতাত

অংশ লোৱা প্ৰতিযোগী, বিহু প্ৰতিযোগিতাৰ বিচাৰকসকল ব্যস্ত হৈ পৰে। বিহু উদ্যোক্তাসকলে বহু কষ্ট কৰি প্ৰতিযোগিতা কেন্দ্ৰীক বিহু সন্মিলন সমূহ অনুষ্ঠিত কৰে। এই প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি শ্ৰেষ্ঠতা লাভৰ বাবে বিহুৱা-বিহুৱতীসকলে মাঘ-ফাগুন মাহৰ পৰাই প্ৰস্তুতি আৰম্ভ কৰে। স্থানীয় ৰাইজেও সন্মিলনৰ মঞ্চত হুচৰি এযোৰা চাম; ভাল বিহুৱতী কেইগৰাকীমানৰ বিহুনাচ চাম বুলি মন পুহি ৰাখে।

আমি ভাবো এই প্ৰতিযোগিতাৰ মঞ্চত বিচাৰকসকল সজাগ নহ'লে বিহু বজতৰীয়া হ'বই। বিচাৰকসকলে শুদ্ধ ৰূপত বিহু দল বা বিহুৱতীসকলৰ প্ৰতিভা প্ৰদৰ্শনৰ ক্ষেত্ৰত সঠিক বিবেচনাৰে ফলাফল ঘোষণা কৰিব লাগিব। বিচাৰকৰ ভুলৰ বাবে বিজতৰীয়া বিহুদল এটাক শ্ৰেষ্ঠতা ঘোষণা কৰিলে ইয়াৰ পৰিনাম জাতিটোৰ বাবেই দুখজনক হ'ব। কাৰণ প্ৰতিযোগিতাৰ ক্ষেত্ৰত শ্ৰেষ্ঠ দলটোক অন্য দলসমূহে অনুসৰণ কৰে।

বিচাৰকসকলে প্ৰয়োজন সাপেক্ষে প্ৰতিযোগিতাৰ উদ্যোক্তাসকলকো প্ৰতিযোগিতাৰ নীতি-নিয়মসমূহৰ ওপৰত শুদ্ধ পৰামৰ্শ দিব লাগিব। উদাহৰণস্বৰূপে প্ৰতিযোগিতা অনুষ্ঠিত কৰিব পৰা বিষয়সমূহৰ কথাকেই উল্লেখ কৰিব পাৰি। কোনবোৰ বিষয়ৰ ওপৰত প্ৰতিযোগিতা অনুষ্ঠিত কৰিব। কেনেকৈ প্ৰতিযোগিতা অনুষ্ঠিত কৰিব। উদ্যোক্তাসকলে প্ৰতিযোগিতাৰ নীতি-নিয়মৰ বিষয়ে কেনেকৈ উল্লেখ কৰিব ইত্যাদি।

প্ৰতিযোগিতা অনুষ্ঠিত কৰোতে উদ্যোক্তাৰ মঞ্চত বিহুৰ স্বকীয়তা যাতে অটুট থাকে তাৰবাবে আমি গুৰুত্ব দিব লাগিব।

প্ৰতিযোগিতাৰ মঞ্চত আমি প্ৰতিযোগিতা অনুষ্ঠিত কৰিব পৰা বিষয়সমূহ—

(ক) মুকলি বিহু ঃ গাভৰু আৰু ডেকাসকলে তাহানিতে চ'ত মাহত মানুহৰ বাসগৃহৰ পৰা নিলগত যৌৱন, প্ৰেম-পিৰীতিৰ নাম গাই বিহু মৰা পৰম্পৰা। মুকলি বিহু ৰাতিও হয়। উল্লেখ্য যে মুকলি বিহুত হুঁচৰিত গোৱা বিহুনাম গোৱা নহয়।

(খ) হুঁচৰি বিহু ঃ পহিলা ব'হাগৰ পৰা সাতদিন গাঁৱৰ ঘৰে ঘৰে গৃহস্থক আশীৰ্বাদ দি হুঁচৰি নাম, কাহিনীমূলক বিহুনাম, গৃহস্থক প্ৰশংসা কৰি গোৱা বিহুনাম, চুপতিমূলক বিহুনাম, বিদ্ৰূপমূলক বিহুনাম, হাস্যৰসমূলক বিহুনাম, মাননি বা শৰাই বিচাৰি গোৱা বিহুনাম, আশীৰ্বাদমূলক বিহুনাম

গায়, বিহুবাদ্য বজাই ৰং-ধেমালিৰে গৃহস্থ আৰু ৰাইজৰ মঙ্গল কামনা কৰা অনুষ্ঠান হুঁচৰি। হুঁচৰিত ল'ৰা-বুঢ়া-ডেকা সকলোৱে একেলগে অংশগ্ৰহণ কৰিব পাৰে। হুঁচৰি পৰিৱেশন কৰা ৰীতি-নীতি অঞ্চল আৰু জনগোষ্ঠীভেদে সুকীয়া। সেয়েহে বিচাৰকসকলে হুঁচৰিৰ ক্ষেত্ৰত আঞ্চলিক আৰু জনগোষ্ঠীয় বৈশিষ্ট্যৰ ক্ষেত্ৰত গুৰুত্ব দিব লাগিব। হুঁচৰিৰ উল্লেখযোগ্য বৈশিষ্ট্য এটা হ'ল— "হুঁচৰিত নাৰীয়ে পূৰ্বৰ পৰাই অংশগ্ৰহণ কৰা নাছিল। হুঁচৰি কেৱল পুৰুষৰহে অনুষ্ঠান। এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে বৰ্তমান সময়ত হুঁচৰিৰ লগত ডেকা-গাভৰুৰ মুকলি বিহুৰ অংশ এটা সংযোজন কৰি এখন খিচিৰি বিহুৰ পালন কৰা হৈছে। এই ক্ষেত্ৰত বিচাৰকসকলে অতি কঠোৰ হ'ব লাগিব। বিহুৰ উপাদানসমূহক এনেদৰে বিজতৰীয়া কৰা কাৰ্যত কেতিয়াও আপোচ কৰিব নালাগে। ডেকা-গাভৰুৰ মুকলি বিহু আৰু হুঁচৰি পৃথক অনুষ্ঠান। ইয়াক সানমিহলি কৰাটো সমীচিন নহয়।

(গ) গাভৰু বিহু (জেং বিহু, টকা বিহু বা মাইকী বিহু) গাভৰু বা পাট গাভৰুসকলে চ'ত মাহত মানুহৰ বাসগৃহৰ পৰা নিলগত গছত তলত, পথাৰৰ মাজত বিহু মৰা পৰম্পৰাই হ'ল গাভৰু বিহু। গাভৰু বিহুত পুৰুযে অংশগ্ৰহণ নকৰে।

(গ) বিহুৱা— বৰ বিহুৱা প্ৰতিযোগিতা।

(ঙ) বিহুৱতী-বৰ বিহুৱতী, অসম শ্ৰেষ্ঠ বৰ বিহুৱতী প্ৰতিযোগিতা ঃ এই প্ৰতিযোগিতা চ'তৰ মুকলি বিহুৰ ৰূপ এটা প্ৰকাশ পাব লাগে। এগৰাকী বিহুৱতীক হয় সাতজন ডেকা ল'ৰাই আগুৰি লৈ ঢোল পেঁপা বজাই নচোৱা পৰম্পৰা অসমত পূৰ্বতে নাছিল। সেয়েহে বিহুৱতী বা বৰ বিহুৱতী প্ৰতিযোগিতাত বিহুৱা সকলৰ লগত বিহুৱতীৰ সহযোগী অতিৰিক্ত দুই বা তিনি গৰাকীমান থাকিব লাগে। বিচাৰকে মুখ্য প্ৰতিযোগী বিহুৱতী গৰাকীক মূল্যায়ন কৰিব আৰু পৰম্পৰাগভাৱে প্ৰতিযোগিতাত শুদ্ধৰূপ এটা সৃষ্টি কৰাৰ বাবে নম্বৰ বেছিকৈ পাব।

(চ) বিহু নাচ, (ছ) বিহুনাম, (জ) পিঠাপনা, জা-জলপান, (ঝ) জাতীয় সাজপাৰ, গহনা-গাঁথৰি প্ৰদৰ্শনীৰ প্ৰতিযোগিতা, (ঞ) কণী যুঁজ প্ৰতিযোগিতা আদি।

প্ৰতিযোগিতাৰ ক্ষেত্ৰত বিচাৰকসকলে মুকলি বিহু আৰু হুঁচৰিৰ স্পষ্ট আৰু সঠিক ধাৰণাৰে শুদ্ধ ৰূপত মূল্যায়ন কৰা উচিত। বিহুক সুৰক্ষা দিয়াৰ স্বাৰ্থত বিহুক শুদ্ধ ৰূপত ৰাখিবলৈ উদ্যোক্তাসকলে হুঁচৰি আৰু মুকলি

বিহু পৃথক পৃথককৈ অনুষ্ঠিত কৰিব লাগিব।

বিচাৰক নিযুক্তি দিওঁতে উদ্যোক্তাসকলে তলৰ বিষয়কেইটাত অতি গুৰুত্ব দিয়া উচিত—

১। নিৰপেক্ষভাৱে শুদ্ধ নীতিৰে বিবেচনা কৰিব পৰা, বিহু কৃষ্টিৰ ওপৰত অধ্যয়ন কৰা ব্যৱহাৰিক আৰু তাত্ত্বিকভাৱে পাৰ্গত এগৰাকী প্ৰতিভাশীল ব্যক্তিক বিচাৰক হিচাপে নিয়োগ কৰিব লাগে।

২। স্বাৰ্থ জড়িত ব্যক্তিক বিচাৰকৰ দায়িত্ব দিয়া অনুচিত। বিহু দলৰ লগত সম্পৰ্ক (দলীয় স্বাৰ্থ) থকা ব্যক্তিক বিচাৰকৰ দায়িত্ব দিয়া অনুচিত।

৩। নিচাযুক্ত দ্ৰব্য সেৱন কৰা, শাৰীৰিকভাৱে অসুস্থ বা দুৰ্বল, মানসিকভাৱে অসুস্থ ব্যক্তিক বিচাৰকৰ দায়িত্ব আৰোপ কৰিব নালাগে।

৪। বিচাৰকৰ দায়িত্ব লোৱা ব্যক্তিজনৰ প্ৰতিযোগিতাৰ প্ৰতিটো বিষয়ৰ ওপৰত সম্যক জ্ঞান আৰু যোগ্যতা থাকিব লাগে।

৫। বিচাৰকসকলে সম্পূৰ্ণকৈ জাতীয় সাজপাৰ পৰিধান কৰি বিচাৰকৰ আসন গ্ৰহণ কৰাটো একান্তই বাঞ্চনীয়।

৬। বিচাৰকসকলে বিহু সন্মিলনৰ উদ্যোক্তাসকলে বিহু বিচাৰক কৰিবৰ বাবে আমন্ত্ৰণ কৰাৰ পিছত আমন্ত্ৰণ গ্ৰহণ কৰি দায়িত্ব পালন নকৰাকৈ থাকিব নালাগে।

বিচাৰকসকলে সকলো প্ৰকাৰৰ গোপনীয়তা ৰক্ষা কৰা উচিত।

৭। বিহু বিচাৰকসকলে বিচাৰকৰ মূল্যায়নৰ প্ৰ-পত্ৰ (নম্বৰ দিয়া তালিকা) আৰু বিহু প্ৰতিযোগিতাত বিচাৰ কৰাৰ বাবে নিয়মাৱলী 'বিহু সুৰক্ষা সমিতি, অসম'-এ অনুমোদন জনাই প্ৰকাশ কৰা 'বিহু সুৰক্ষা নিয়মাৱলী'খন সংগ্ৰহ কৰিব আৰু তন্নতন্নকৈ অধ্যয়ন কৰিব।

৮। বিচাৰকৰ দায়িত্ব পালন কৰোতে প্ৰতিযোৱা বিহুৱতী, গাভৰু বিহু, মুকলি বিহু আৰু হুঁচৰিৰ ওপৰত স্পষ্টকৈ মন্তব্য কলমত লিখি যাব। বিচাৰকে লিখিত টোকাত বিচাৰৰ নিৰপেক্ষতা অৱলম্বন কৰিব।

৯। প্ৰতিযোগিতাৰ ফলাফল বিচাৰকসকলে নিজেই ৰাজহুৱাকৈ ঘোষণা কৰিব।

১০। সকলো প্ৰকাৰৰ স্বজন-প্ৰীতি বৰ্জন কৰি বিচাৰকসকলে শুদ্ধভাৱে পৰিৱেশন কৰা প্ৰতিযোগীক শ্ৰেষ্ঠতা ঘোষণা কৰিব। গছ নোহোৱাত এৰাগছকেই বৰগছ বোলাৰ দৰে অত্যাধুনিক কৰিঅ'গ্ৰাফিক আঠ-

দহটা ঢোলৰ গৰ্জনিত নাচনীয়ে গন্তি কৰি কৰি নচা নাচ, অত্যাধুনিক বিহুসুৰীয়া গীতৰ চন্দত বৈদ্যুতিক পোহৰৰ চিক্‌মিকনিত বিহুৱাসকলে ফুলাম ভমকা ফুলীয়া টি চাৰ্ট পিন্ধি গেৰুৱালৈকে ধুতি পিন্ধি হুঁচৰি আৰু মুকলি বিহু একাকাৰ কৰি পৰিৱেশন কৰা বিহুসুৰীয়া সৃষ্টিমূলক ডেকা-গাভৰুৰ অনুষ্ঠান এটাকে শ্ৰেষ্ঠ বিহু হুঁচৰি দল বুলি ভুলতেও বিচাৰকে ঘোষণা কৰিব নালাগে। প্ৰতিযোগিতাৰ ক্ষেত্ৰত যদি শুদ্ধ ৰূপত হুঁচৰি পৰিৱেশন কৰা দল নাথাকে তেনেহ'লে বিচাৰকে স্পষ্টকৈ ঘোষণা কৰিব যে "আজিৰ প্ৰতিযোগিতাত শ্ৰেষ্ঠ হুঁচৰি দল পোৱা নহ'ল।" প্ৰতিযোগিতা অনুষ্ঠিত হ'লেই অযোগ্য প্ৰতিযোগীকো প্ৰথম, দ্বিতীয় স্থান দিয়াতো অনুচিত। এনেধৰণৰ স্বীকৃতিয়ে বিহুক বিজতৰীয়া কৰাৰ ক্ষেত্ৰত অধিক অৰিহণা যোগাইছে। এই ক্ষেত্ৰত বিহুৰ সুৰক্ষিত কৰাৰ বাবে বিহু প্ৰতিযোগিতাৰ বিচাৰক সকলেই অধিক দায়িত্ব পালন কৰিব লাগিব। বৰ্তমান সময়ত বিহু প্ৰতিযোগিতাসমূহত প্ৰতিযোগীসকলক বিভিন্ন ধৰণৰ প্ৰশ্ন কৰা দেখা যায়। প্ৰশ্ন উত্তৰ শিতানটি পৰিস্থিতি সাপেক্ষে প্ৰয়োজন হ'লেও পৰিহাৰ্য নহয়। এই ব্যৱস্থা জ্ঞান-বৰ্ধনৰ বাবেহে হোৱা উচিত। নম্বৰ বঢ়া-টুটাৰ বাবে নহয়। বিহু সম্পৰ্কীয় প্ৰশ্ন উত্তৰৰ ক্ষেত্ৰত এনে কিছুমান প্ৰশ্ন আছে যাৰ উত্তৰ অঞ্চলভেদে পাৰ্থক্য দেখা যায়। বহুক্ষেত্ৰত প্ৰশ্ন উত্তৰ শিতানটিয়ে প্ৰতিযোগীক ৰাইজৰ সন্মুখত হেয় প্ৰতিপন্ন কৰে। প্ৰতিযোগীসকলে অপমান বোধ কৰে। তেনে ক্ষেত্ৰত বিচাৰকসকল সজাগ হ'ব লাগে। প্ৰতিযোগী বিহুৱা-বিহুৱতীসকলক উপযুক্ত সন্মান প্ৰদৰ্শন কৰি ভুলবোৰ আঙুলিয়াই দিব পৰা যায়। উদাহৰণস্বৰূপে সাজপাৰ, বিহুনাম, বিহুনাচৰ ভঙ্গীমা, বিহু বাদ্যৰ ছেও-চাপৰ ইত্যাদিৰ ওপৰত আলোচনাৰ মৰ্মে শুধৰণি কৰিব পাৰি।

বিচাৰকসকলে প্ৰতিযোগী দলসমূহৰ লগত 'মুকলি বিহু' আৰু 'হুঁচৰি'ৰ পাৰ্থক্যৰ সম্পৰ্কত আলোচনা কৰিব পাৰে। হুঁচৰি এযোৰাক 'বিহু হুঁচৰি' আৰু 'হুঁচৰি বিহু' বুলি ক'লে "নাৰী নাচনীয়ে অংশগ্ৰহণ কৰিব পাৰে" বুলি প্ৰচাৰ হোৱা ভুল ধাৰণা ভাঙিব লাগে। 'হুঁচৰি' শব্দটোৰ লগত 'বিহু' শব্দৰ সংযোগ হ'লে হুঁচৰিত "ডেকা-গাভৰুৰ মুকলি বিহুৰ অংশ এটা সংযোগ কৰা" বিভ্ৰান্তিকৰ চিন্তা তথা ধাৰণা সমূহ দুৰ কৰা প্ৰচেষ্টা গ্ৰহণ কৰিব লাগে। বিহু হ'ল অসমৰ জাতীয় সংস্কৃতি। এই বিহুৰ বিভিন্ন উপাদান আছে। কাতি বিহু, মাঘ বিহু আৰু বহাগ বিহু পালন কৰাৰ ক্ষেত্ৰত অসমৰ

প্ৰতিটো জনগোষ্ঠী আৰু অঞ্চলৰ আঞ্চলিক বৈশিষ্ট্য আছে। এই বৈশিষ্ট্যবোৰ যিদিনালৈকে থাকিব সেইদিনালৈকে বিহুক ঘূণেও নধৰে মামৰেও নধৰে।

বিহুটি নামেৰে তিনিটি আখৰে
কোনে লিখি গ'লে শিলত,
ঘূণেও নধৰে মামৰেও নধৰে
থাকিব আমাৰে প্ৰাণত।

এই বিহু শব্দৰে ডেকা-গাভৰুৰ মুকলি বিহুকেই নুবুজায়। বিহু শব্দই অসমৰ তিনিটা বিহুৰ কথা বুজায়। বিহু মানে অসমৰ কৃষিজীৱী জনজীৱনৰ প্ৰেৰণাৰ উৎস। ই গণজীৱনৰ সাহ। বিহু মানেই অসম
আৰু অসমীয়া জাতিৰ প্ৰাণৰ স্পন্দন। বিহু অসমৰ প্ৰাণ, বিহু অসমৰ মান, বিহু যেনেকৈ আছে তেনেদৰেই থাকিবলৈ দিয়ক। বিহু থাকিলেহে অসম আৰু অসমীয়া জাতি জীয়াই থাকিব। সেয়েহে বিহুক জীয়াই ৰাখিব লাগিব অসমৰ জাতীয় কৃষ্টি হিচাপে। বিহুক সুৰক্ষা দিলে অসম সুৰক্ষিত হ'ব আৰু বিহু শুদ্ধ ৰূপত জীয়াই থাকিব। বিহুক বিজতৰীয়া কৰিব খোজা অপশক্তিটোৰ বিৰুদ্ধে অসমৰ প্ৰতিজন অসমীয়াই প্ৰতিবাদেৰে আকাশ-বতাহ তোলপাৰ লগাব লাগিব। অন্যথা অসমৰ অস্তিত্ব বিপন্ন হৈ অসম আৰু অসমীয়া জাতি ৰসাতলে যাব। সাম্ৰাজ্যবাদীৰ সাংস্কৃতিক আগ্ৰাসনৰ পৰা বিহুক বচাব লাগিব। গঢ়ি তুলিব লাগিব কৌটিকলীয়া গ্ৰাম্য সংস্কৃতি। যি সংস্কৃতি শ্ৰমৰ ক্ষেত্ৰখনৰ মাজেদি, কৰ্ষণৰ যোগেদি সৃষ্টি হৈ জাতিটোৰ কৃষ্টি হিচাপে গাঁৱলীয়া বাটেৰে লুইতৰ ঘাটেৰে জগত সভালৈ গৈ জাতিটোক চিনাকি দিব। গাঁৱৰ কৃষকৰ বিহু কৃষ্টিয়ে গাঁৱৰ পৰিধি ভাঙি নগৰ-চহৰ অতিক্ৰম কৰি মহানগৰৰ বুকুত খদম-দম লগোৱাৰ সময়ত লোককৃষ্টি বিহুৰ প্ৰতিযোগিতাসমূহ নিয়ন্ত্ৰণ কৰা যুঁজখনক আমি সকলোৱে নেতৃত্ব দিওঁ আহক। প্ৰকৃতিৰ বুকুৰ মাজেদি অসমৰ বুকুলৈ কঙালি, ভোগালী আৰু ৰঙালী বিহু বছৰে বছৰে আহিব। আমি এশ পুত্ৰ সম এক বৃক্ষ জ্ঞানেৰে সেউজী অসম গঢ়িম। ■

*লেখকৰ ঠিকনা ঃ*
*সম্পাদক প্ৰধান, বিহু সুৰক্ষা সমিতি অসম,*
*ভ্ৰাম্যভাষ ঃ ৯৯৫৭৬৪২৯৫৮*

# বিহু আমাৰ সংস্কৃতিৰ প্ৰতীক

সুপ্ৰভা মেধি



বিহুৰে বিৰিণি পাতে ঐ মইনা
বিহুৰে বিৰিণা পাত,
বিহু থাকে মানে বিহুকে বিনাবা
বিহু গ'লে বিনাবা কাক।

বিহুৰ আগমনত প্ৰকৃতিয়ে ন-ৰূপ লয়। গছৰ ডালত নতুন-নতুন কুঁহিপাত ধৰে। কপৌ, তগৰ, পলাশ, নাহৰ ফুলে, ঋতুৰাজ বসন্তই প্ৰকৃতিৰ বুকুলৈ আনন্দৰ জোৱাৰ আনে। কুলি, কেতেকীৰ সুৱদী গীতে যৌৱনৰ জোৱাৰ তোলে। আকৌ বিহুত কণী যুঁজালে শস্যৰ উৎপাদন বৃদ্ধি হয় বুলি আদিম কিৰাতসকলে বিশ্বাস কৰিছিল। সেয়েহে কণীক আজিও অসমীয়া সমাজৰ প্ৰজনন শক্তিৰ প্ৰতীক বুলি ধৰা হয়। ধুমুহা, বজ্ৰপাত আদি প্ৰাকৃতিক

দুৰ্যোগৰ পৰা ৰক্ষা পাবলৈ বহাগ বিহুৰ দিনা নাহৰ পাতত "হৰ হৰ মহাদেৱ নীলগ্ৰীৱ জটাধৰ, বাতবৃষ্টি হ'ৰদেৱ নমস্তুতে" বুলি মন্ত্ৰ লিখি ঘৰৰ চালে বেৰে গুজি থোৱা লোকবিশ্বাস এতিয়াও আছে। লোকবিশ্বাসৰ ভেটিতেই বিহুৰ গজালি মেলিছিল। আমাৰ বিহু নাচত ব্যৱহৃত সাজ-পাৰৰো এটা সুকীয়া বৈশিষ্ট্য আছে। বিহু নাচৰ প্ৰধান বিহুৱতীৰ সাজযোৰ হ'ল— ফুলাম মুগাৰ ৰিহা, মেখেলা-চাদৰ। অসমীয়া তিৰোতাৰ সাজপাৰত গহনা গাঁঠিৰিয়েও সৌন্দৰ্য্যৰ যোগান ধৰিছিল। কেৰু, লংকেক, কৰিয়া, গেজেৰা, মাদুলী মণি, কেটমণি, পোৱালমণি, গলপতা, সাতসৰি, ভূগভূগী, বেনা, চিৰিপতি, থুৰীয়া, গোটখাৰু, গামখাৰু, নেজপতীয়া আঙুঠি, বাখৰ, পতোৱা হীৰা খটোৱা, মিনা কৰা, সুৰগা চৰোৱা ইত্যাদি। গহনা গাঠিৰিৰেও সৌন্দৰ্য্যৰ যেছ্যোগান ধৰিছিল। কেৰু, লংকেক, কৰিয়া, গেজেৰা, মাদলী মণি, কেটমণি, পোৱালমণি, গলপতা, সাতসৰি, ভূগভূগী, বেনা, চিৰিপতি, থুৰীয়া, গোটখাৰু, গামখাৰু, নেজপতীয়া আঙুঠি, বাখৰ, পতোৱা হীৰা খটোৰা, মিনা কৰা, সুৰগা তৰোৱা ইত্যাদি। গহনা গাঠিবোৰ অসমীয়া তিৰোতাৰ সাংস্কৃতিৰ প্ৰতীক আছিল। সংস্কৃতিয়েই মানৱ জীৱনৰ আধাৰ। জীৱনেই হৈছে সংস্কৃতি আঅৰু সংস্কৃতিয়েই হৈছে জীৱন। ৰঙালীৰ ৰঙে আনি দিয়ে অসমৰ বিভিন্ন ভাষা-গোষ্ঠীৰ ঐক্য, সংহতিৰ বিভিন্ন ৰঙেৰে ফুলি উঠা এপাহ কপৌফুল।

অৰ্থাৎ ৰঙালী বিহু থাকে মানে অসমীয়া জাতি সদায় থাকিব। বিহু অসমীয়া জনগোষ্ঠীৰ সংস্কৃতিৰ এখন ফুলাম গামোচা, বিভিন্ন মৌ আহৰণ কৰি যেনেকৈ মৌচাক তৈয়াৰ কৰা হয় সেইদৰে বিভিন্ন জাতি উপজাতিক লৈ অসমীয়া সংস্কৃতিৰ মৌচাক হ'ল বিহু—অসমৰ প্ৰাচীনতম জনগোষ্ঠী সমুহেই বিহুৰ স্ৰষ্টা আৰু ৰূপকাৰ। অসমৰ বিহু উৎসৱৰ মূল অনুপ্ৰেৰণা নৃত্য, গীত, চকা-পেঁপা, গগণা, কৰতালী, বাঁহী, ঢোল আদি বাজনাৰ প্ৰয়োগ আৰু বিহুৰ সময়ত সমুহীয়া মাছমৰা, পহু চিকাৰ ইত্যাদি বোৰেৰে তিৰ্বতমী কিৰাতৰ দৰে বুলিও বিহুক কয়।

বিভিন্ন জনগোষ্ঠীৰ মাজত বিভিন্ন শব্দৰে এই বিহুপালন কৰা হয়। বিহু আচলতে এপাহী কপৌফুলৰ বিভিন্ন ৰঙৰ পাপৰি সাঁজ। সংস্কৃত 'বিষুবন' বড়োৰ 'বেছাগু' ইত্যাদিৰ পৰা বিহু শব্দৰ উৎপত্তি হৈছে। চীন

মঙ্গোলীয় তিৰ্বতবৰ্মী শাখাক বৃহত্তৰ বড়োগোষ্ঠী বুলি অনুমান কৰিব পাৰি। বৃহত্তৰ বড়ো জাতিৰ শাখাৰ যেনে 'চুতীয়া' সকলে বহাগ বিহুক 'বিচ' আৰু ডিমাচা সকলে 'বিচু' ইত্যাদিৰে নামাকৰণ কৰে। বড়ো সকলে বহাগ বিহুক 'বৈছাগু' বুলি কয় আৰু এই 'বৈছাগু' শব্দটোৰ পৰা বিহু শব্দটো উদ্ভৱ হোৱা বুলি কব পাৰি। বিহুৰ লগত অসমীয়াৰ অতি আদৰৰ বস্তু হ'ল ফুলাম জাপি। ই বড়ো সকলৰ অৱদান। কৃষিজীৱী মানুহৰ সঁজুলি হ'ল জাপি। বড়োসকলৰ খফৰি ছিবনায় মীছানায়" মীছানায় জাপি নৃত্য বুলি এবিধ নৃত্য আছে। এই নৃত্য কৃষিজীৱী কৰ্মৰ লগত জড়িত। জাপি লৈ নৃত্য কৰা অসমীয়া বিহু নৃত্য আছে। বড়োসকলৰ ফুলাম জাপিৰ ৰূপত জাপিটোৱে অসমীয়া সমাজত বিকশিত হৈছে। অসমীয়া 'হুপচৰি' শব্দটোৰ উৎপত্তিৰ স্থলো বড়ো শব্দৰ পৰাই। কাৰণ বড়োসকলে 'বৈছাগু' দিনত প্ৰতি ঘৰে ঘৰে এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ বৈছাগু মাগিবলৈ যায়। গৃহস্থয়ো বিহুৱা সকলক ইচ্ছামতে ধান-চাউল, কাপোৰ-কানি, টকা-পইচা আদি দিয়ে। গুৰুজনক সেৱা জনাই আশীৰ্বাদ বিচাৰে। পিতৃ-মাতৃক নাইবা জ্যেষ্ঠলোকক সেৱা আৰু শ্ৰদ্ধা জনালে ডাঙৰে সৰুক মৰম চেনেহেৰে আশীৰ্বাদ দিয়ে। বিহু অসমীয়া জাতিৰ বাপতি সাহোন। অসমীয়া জাতিৰ প্ৰতিটো স্পন্দন, প্ৰতিটো অনুভূতি বিহুৰ বুকুতে চিৰ প্ৰৱাহিত, চিৰ প্ৰতিফলিত হৈ আহিছে। বৃহত্তৰ অসমীয়া জাতি হিচাবে গঢ় লৈ উঠা প্ৰতিজন ব্যক্তিৰ জীৱনটো কৃষিৰ লগত হৈ আছে। অসমীয়া জাতিটোৰ বিভিন্ন জনগোষ্ঠীৰ অতি আপোন এই বিহুটি মূলতে কৃষি সংস্কৃতিৰ আনন্দ উৎসৱ। লোকবিশ্বাসৰ ভেটিতেই এদিন বিহুৰ উৎপত্তি হৈছিল। বিহুত শ্ৰদ্ধা আৰু চেনেহৰ উপহাৰ বুলি বিহুৱান দিবলৈ শিপিনীৰ তাঁতশালত দোৰপতি ঘনাই চলিব ধৰে, বিহুটি আহি নৌপাওঁতেই ভমকা ফুলীয়া আৰু সপোনাৰ ফুলবছা বিহুৱান ওলাবই লাগিব।

কপৌ ফুল ফুলিলে তগৰো ফুলিলে
ফুলিলে ভেবেলি লতা,
কৈয়েনোকৈ থাকো মানে ওৰকে নপৰে
বহাগৰ বিহুৰে কথা।

গল্প

# সুহৃদৰ স'তে এটি সুবাসিত নিশা

স্বপ্না চেতিয়া গগৈ

নদীখনৰ পাৰত এতিয়া মই অকলশৰে বহি আছো। এবুকু ঢৌ লৈ নিজৰ গতিত বৈ আছে নদীখন। পাৰৰ কহুঁৱাবোৰ হালিছে-জালিছে। নদীখনৰ ইটো পাৰলৈ চাইছো। দৃষ্টিত পৰিছে বিশাল, বানে ধোৱা সিপাৰৰ গাঁওখন নদী হ'ল। এই পাৰৰ নদীখন বালিচৰ হ'ল। আকৌ এই বালি চৰতে সপোনৰ নকুঁহি মেলাৰ ব্যৰ্থ সপোন এটা লৈ টেপুকাইহঁতে জুপুৰী তৰিলে। নদীৰ অত্যাচাৰে ম্লান কৰিব নোৱাৰা কণমাইহঁতৰ ওঁঠত অহৰহ বহাগৰ ৰাঙলী মেঘৰ চমকনি।

আকৌ জীৱন যুঁজৰ আখৰা। বালিচৰতো সিহঁতে সৃষ্টি কৰিব শস্যৰ শ্যামলী পথাৰ। সপোনৰ পাছে পাছে সিঁহত লৰৰি ফুৰিছে। বাৰে বাৰে সপোন ভাগিছে। বাৰে বাৰে নদীয়ে ধুই নিছে জীৱনৰ ৰং। তথাপি সিহঁত অম্লান। এতিয়াও হাঁহিত আকাশ কঁপাব পাৰে। খোজত কঁপাব পাৰে চৰৰ শুকান বালি। নদীয়ে কাঢ়ি নিছে পেটৰ ভাত, মুখৰ মাত। কাঢ়ি নিছে বুকুৰ আপোনজনকো। নদীখনে যিমানেই সিহঁতক দূৰলৈ খেদে সিমানেই সিহঁত নদীৰ কাষ চাপে। নদীক বাদ দি সিহঁতৰ জীৱন যেন নিস্ফল। খৰালি নদীখন শান্ত হয়। আকৌ মিতিৰালি হয় নদীৰ স'তে। সিহঁতে পাহৰি যায় বৰ্ষাৰ নদীৰ সংহাৰ ৰূপ। নদীত সাঁতোৰে, মাছ ধৰে, নদীৰ বুকুৰেদি নাওঁ বাই বাই আপোনমনে বনগীত গায়, সুহুৰিয়াই।

এইটো বালিচৰৰ নাম ৰাখিছে কহুঁৱা চাপৰি। কহুঁৱাৰ লগত সিহঁতৰ জীৱনৰ সম্পৰ্ক আছে। নদীৰ লগত সম্পৰ্ক আছে কহুঁৱাৰ। কাৰোবাৰ বাবে

কহুঁৱা হ'ব পাৰে প্ৰেমৰ নিচানাই। অনুৰাগৰ প্ৰতীক। সেয়ে ছাগে কোনোবা কাব্যৰসিকে চৰটোৰ নাম থ'লে 'কহুঁৱা চাপৰি'।

লাহে লাহে মোৰ দৃষ্টি বগাই গৈছে আকাশলৈ। আকাশৰ বিশাল বুকুত নীড়মুখী পখীৰ সমদল। পশ্চিম আকাশত সবিতাই এটি হাঁহিৰে বিদায় সম্ভাষণ যাচিছে পৃথিৱীক। হাঁহিৰ ৰংবোৰ ছিটিকি পৰিছে নামনিৰ পাহাৰটোত, বালিচৰ আৰু নদীৰ বুকুত। কহুঁৱাডৰাইও ৰংবোৰ সানি লৈছে। আনন্দতে মাছবোৰে খুটি খুটি খাইছে হেঙুলীয়া ৰংবোৰ।

আসঃ কি মনোৰমঙ্গমইতো কেতিয়াও দেখা নাই অস্ত আকাশৰ এই বৰ্ণময় শোভা। অনুভৱো কৰা নাই কেতিয়াও পৃথিৱী যে ইমান মনোৰমঙ্গ ঙ্গ

নগৰীয়া জীৱনৰ অহেতুক ব্যস্ততাই আমাক চিৰদিন আঁতৰত ৰাখিছে এইখন পৃথিৱীৰ পৰা। আমি কেৱল দৌৰিছো সস্তীয়া ভোগবিলাসৰ পাছে পাছে উদভ্ৰান্ত হৈ। ধন-দৌলত, ঐশ্বৰ্য-বিভূতি, গাড়ী-ঘোঁড়া পদ-মৰ্যাদা এইবোৰৰ মাজতেই বিচাৰিছো জীৱনৰ সাৰ্থকতা। যেতিয়াই হৃদয়ৰ প্ৰয়োজনবোধ কৰিছো. তেতিয়াই হাবাথুৰি খাইছো। হাহাকাৰ কৰিছো। পৰিশ্ৰান্ত হৈছো। বিফল হৈছো। নিৰুপায় হৈ আকৌ সানি লৈছো মনৰ ভিতৰে বাহিৰে কৃত্ৰিমতাৰ হালধীয়া ৰং.....

"আই অ' অকলে কি কৰিছ ইয়াত? আহচোন চাহপানী এটুপিকে খাই লহি। গধুলি হ'লেই গোটেই ডেকা-গাভৰুমখা আহি তহঁতৰ লগ-লাগিবহি। পানীটুপি খাবলৈ সময় নাপাবি। সিহঁতে তহঁতৰ কথা শুনিব...." তাৰপাছত নাচি-বাগি ফুৰ্ত্তি কৰিব। আহঙ্গ আই আহ....."

মই কাৰোবাৰ মাতত সপোনৰ পৰা যেন সাৰ পালো। মোৰ দৃষ্টি এইবাৰ আইতাৰ ফালে ঘুৰি আহিল। তেওঁৰ মুখমণ্ডলত বিয়পি আছে গভীৰ প্ৰশান্তি। চকুৱে মুখে কেৱল মমতাৰ প্ৰচ্ছায়া। আইতাই বুকুৰ মেথনিটো টানকৈ মাৰি ল'লে। নদীখনৰ সিপাৰলৈ এবাৰ তেওঁ চাই পঠিয়ালে। এইবাৰ তেওঁ স্বগতোক্তি কৰাৰ দৰে ক'লে—"চেঃ পোনাকণটো এতিয়াও আহি নাপালেহি। আইতাৰ কপালৰ ৰেখাকেইডাল এইবাৰ জিলিকি উঠিল। তেওঁ কিছু চিন্তিত হৈছে।

"আইতা, পোনাকণনো কোন?" মই লাহেকৈ সুধিলো। এইবাৰ আইতাই ক্ষপৰাই উত্তৰ দিলে—"মোৰ নাতি আক'। যোৱাটো বানে তাৰ

তলৰ দুটাক নিলে। মাকবাপেক হাল পগলা হোৱাদি হৈছিল। পিছে দুখ কৰিলেনো কি হ'ব আই, হৰিয়ে নাৰাখিলে কোনে ৰাখিব পাৰে.....এ।"

মই একো উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলো। আইতাৰ লগে লগে তেওঁলোকৰ চোতালত বাহেঁৰে সাজি থোৱা দীঘলীয়া বেঞ্চখনত বহি পৰিলো। আইতাই বোৱাৰীয়েকক চিঞৰিলে—"হেৰ' পোনাকণৰ মাক, চাহপানী এটোপাকে গৰম কৰচোন।"

অলপ পাছতে এবোজা খৰি আৰু মাছৰ জোকা এটা হাতত ওলোমাই লৈ আইতাৰ নাতি পোনাকণ আহি ঘৰ সোমালহি।

লাহে লাহে আইতাৰ চোতাল ঢৌৱাই এচোতাল জোনাক নামিলহি। আইতাই চেনেহেৰে মোৰ হাতত তুলি দিয়া চাহটোপা পি লৈ চোতালখনতে মই কিছুসময় পায়চাৰী কৰিলো। চোতাল মানে বেৰা নোহোৱা বালিময় আহল বহল এডোখৰ ঠাই। মানুহবোৰৰ ঘৰবোৰৰ দূৰত্ব বেচি নহয়। বেৰা-কোৰা দিয়া বাৰী কিন্তু কাৰো নাই। নদীৰ ইটো পাৰতহে গাঁওখন আছিল। গাঁওখন নদীৰ বুকুত জাহ গ'ল। এতিয়া ইয়াত এখন সেউজীয়া পথাৰ অথবা গাওঁখন শস্য শ্যামলা কৰি তুলিবলৈ সময় লাগিব। সময় লাগিব বুলি মানুহবোৰ বহি থকা নাই। কোনো কাৰণতে তেওঁলোক দুঃচিন্তাত ভাগি পৰে যেন নালাগে। মুখত কোনো অসন্তুষ্টিৰ ভাৱ নাই। দিনৰ দিনটো কাম কৰে। সন্ধিয়া সকলোৰে আনন্দমনে লগ হয়। ঘৰবিলাকত কোনোধৰণৰ তলা-চাবি লগোৱাৰ ব্যৱস্থা নাই। ঘৰ এৰি যেতিয়া দিনটোৰ বাবে দিহা-দিহি ওলাই যায় তেতিয়া দিনটোৰ বাবে দুৱাৰবোৰ ৰচীৰে বন্ধা থাকে। কোনো চোৰ-টাৰীৰ কথা নাই। গাঁৱলৈ অতিথি আহিলে গোটেই গাঁওখনৰ মানুহ উবুৰি খাই পৰে। যেয়ে যেনেকৈ পাৰে সেৱা-শুশ্ৰষা কৰে। আলহিক লৈ ফুৰ্ত্তি কৰে গোটেই ৰাতি। যুৱকসকলে মাজে মাজে কাব্যৰসিক অতিথি আহিলে কবিতাৰ ৰসেৰে ৰসাল কৰি তোলে কহুঁৱা চাপৰিৰ সন্ধিয়াবোৰ-নিশাবোৰ। অভাৱ অনাটনেও তেওঁলোকৰ হৃদয় ভেদি বৈ থকা কবিতাৰ সৰস নদীখন শুকুৱাব পৰা নাই

ইতিমধ্যে মোৰ লগৰ সুচিত্ৰা, সপোন, বিকুল আৰু প্ৰকাশে ইয়াৰ যুৱকসকলৰ লগত হাঁহি মাতি আনন্দত অধীৰ হৈ আইতাৰ চোতালত ভৰি দিছেহি। সিহঁতে আহি জনালেহি যে সিহঁত সকলো এতিয়া নদীৰ পাৰলৈ

যাব। তাত তেওঁলোকৰ বাবে ডেকা-গাভৰুৰ দল এটা বাট চাই আছে। এই ৰাতিটোৰ নাম হেনো তেওঁলোকে ৰাখিছে 'সম্প্ৰীতিৰ এনিশা'। নামটো শুনি মোৰ বৰ ভাল লাগিল।

আমি ইয়ালৈ আহিছিলো খবৰ বুটলিবলৈ। চৰৰ ৰাইজৰ জীৱন যাত্ৰাৰ বুজ ল'বলৈ। ইয়াৰ প্ৰত্যেকজন মানুহেই সহজ-সৰল আৰু প্ৰকৃতিৰ দৰেই উদাৰ। তেওঁলোকৰ আছে সকলোকে বিশ্বাসেৰে আদৰি ল'ব পৰা একোখন বহল হৃদয়। কৃত্ৰিম নগৰীয়া জীৱনৰ বাবে এইবোৰ একেবাৰে আচহুৱা কথা। মানুহে মানুহক ইমান বিশ্বাস কৰিব পাৰেনেঙ্গ আমিতো আচৰিতেই হৈছো।

মই জীৱনত প্ৰথম বাৰৰ কাৰণে এনে ঠাইলৈ আহিছো। মুকলি আকাশৰ তলত মুক্ত বিচৰণ কৰিছো। আকাশৰ শোভা চাইছো। নদীৰ কলৰোল্ কাণ পাতি শুনিছো। অচিন পখীৰ কল-কাকলিত আপোন পাহৰা হৈছো। জোনাক ঢৌৰাই থকা বালিৰ বুকুত মুকুতা বিচাৰিছো। খোজ কাঢ়িছো, দৌৰিছো। বিৰিণাৰ আঁৰে আঁৰে মনে যেন লুকা-ভাকু খেলিছে। মেঘৰ লগত উৰিছে মন। অনায়াসে মানুহৰ বুকুৰ মাজৰ বৰঘৰত বৰপীৰা পাৰি বহিছো। বুকুবোৰত ইমান উমঙ্গঙ্গ কথাবোৰত ইমান মৌঙ্গঙ্গ বোৱাৰী, জীয়ৰীসকলৰ মনৰ বুজ ল'বলৈ চেষ্টা কৰি তেওঁলোকৰ কাষ চাপিছো। বিনাদ্বিধাই তেওঁলোকে খুলি দিছে হৃদয় দুৱাৰ। নাৰীৰ সচৰাচৰ যিবোৰ সমস্যা থাকে সেইবোৰ সমস্যা এওঁলোকৰ নাই। পুৰুষৰ প্ৰতিও কোনো ধৰণৰ অবিশ্বাস অথবা অভিযোগ নাই নাৰীসকলৰ। নাৰী-পুৰুষ দুয়ো সমানে কাম কৰি নিজৰ সংসাৰ চলাই নিছে। পৰ নাৰী-পুৰুষৰ প্ৰতি চকু দিয়াৰ দৰে ঘৃণনীয় কথাবোৰ ভাবিবলৈ সিহঁতৰ অৱসৰ নাই। সিহঁতে নাজানে নগৰ-মহানগৰত অহৰহ চলি থকা জঘন্য কাণ্ডবোৰৰ কথা। মানুহৰ শৰীৰ কিনা-বেচা হোৱাৰ কথা। বৰ্ণালীৰ দৰে ফুল কমলীয়া শিশুক যে যৌন-নিৰ্যাতন কৰি হত্যা কৰিব পাৰে এনে নাৰকীয় ঘটনাৰ কথা তেওঁলোকে কেতিয়াওঁ ভাবিবই নোৱাৰে। ঘৃণাৰ পৰিৱৰ্তে এওঁলোকৰ হৃদয়ত আছে প্ৰেম। সেই প্ৰেমেৰে তেওঁলোকে সকলোকে বান্ধি ৰাখিব পাৰে। মৰম-স্নেহৰ মাজত জীয়াই থকাই তেওঁলোকৰ জীৱনৰ যেন উদ্দেশ্য।

আমাৰ জীৱন পৰিক্ৰমা বৰ জটিল। এই জটিল জীৱন পৰিক্ৰমাৰ লগত এইবিলাক মানুহৰ জীৱনৰ সমূলি পৰিচয় নাই।

এইয়া মোৰ সাংবাদিক জীৱনৰ প্ৰথম খোজ। প্ৰথম খোজতে মই যেন সফল হৈছো। মই মনে প্ৰাণে উপলব্ধি কৰিছো সাংবাদিকতাৰ আনন্দ। সাংবাদিকতাৰ গুৰুত্ব। ঘৰত বহি বহিয়েই দেশৰ খবৰ বুটলিবলৈ চেষ্টা কৰা সাংবাদিকসকলৰ দৰে দুৰ্ভগীয়া আৰু মিথ্যাবাদী সাংবাদিক হ'ব মই নিবিচাৰো। সাংবাদিক বুলিলেই মোৰ মনত পৰে ৰতন কুমাৰলৈ। বাঃ কি সাংঘাতিক সাংবাদিকঙ্গ সকলোৱে তেওঁলৈ ভয় কৰে। কিজানিবা পেপাৰত সঁচাই-মিছাই কিবা বাতৰি উলিয়াই দিয়ে। ৰতন কুমাৰে তেওঁৰ সাংবাদিকতাত কেনেবাকৈ ব্যাঘাত জন্মে বুলি মানুহৰ লগত বৰকৈ মিলা-মিচা নকৰে। কথা ক'লেও জুখি-মাখি কয়। কিন্তু ৰতন কুমাৰে গমেই নাপালে কেতিয়া যে তেওঁৰ বৰণ হালধীয়া হৈ গ'ল। তেওঁকতো মানুহে এতিয়া হালধীয়া সাংবাদিক বুলিয়েই জানে।

মই হালধীয়া বোল সানিব নোখোজো.....

ইতিমধ্যে গাঁৱৰ যুৱক-যুৱতীসকলে নদীৰ পাৰত গৈ আৰম্ভ কৰিছে 'সম্প্ৰীতিৰ এনিশা'। মই জোনাকৰ সুধা পান কৰি আইতাৰ চোতালত বহি তেওঁৰ বুকুৰ উম লৈছো। আইতাই মনৰ হেপাহেৰে কথা কৈছে। বহুদিনৰ মূৰত ঘৰলৈ অহা বিয়া দিয়া ছোৱালীজনীকহে যেন তেওঁ বুকুৰ মাজত পাইছে। আইতাই আপোনমনে যেন অতীতৰ বুকুত বিচৰণ কৰিছে। মোকো হাতত ধৰি লৈ যাবলৈ চেষ্টা কৰিছে তেওঁৰ সেই এৰি অহা অতীতৰ মধুৰ দিনবোৰৰ সুবাস বিচাৰি।

হঠাতে কিবা এটা ডাঙৰ কথা মনত পৰাৰ দৰে আইতাই কথা সামৰিলে। বহাৰ পৰা উঠিল। খৰধৰকৈ ভিতৰলৈ সোমাই গৈ বোৱাৰীয়েকক কিবা এযাৰ ক'লে। বাহিৰলৈ ওলায়েই আইতাই মোৰ হাতত তামোল এখন গুজি দি ক'লে— "তামোল এখনকে চোবাই ল আই। নৈৰ পাৰ পাওঁমানে তামোলৰ পাগ উঠিবহে। তোৰ নগৰীয়াহঁতে তোৰ কথা চিন্তাও কৰিব পাৰে নহয়। দেৰি হ'লে আক' আচল ৰস নাপাবি গৈয়ে নহয়.....।"

তামোল খোৱাৰ অভ্যাস মোৰ একেবাৰে নাই। তাতে আকৌ ৰাতি। তথাপি আইতাৰ মৰম উপেক্ষা কৰাৰ সাহস মই কৰিব নোৱাৰিলো। তামোলখন হাত পাতি ল'লো।

এইবাৰ আইতাক মই অনুসৰণ কৰিলো। কহুঁৱাবনত জোনাকৰ ঢৌ।

কি মায়াময় এই ৰাতিৰ পৃথিৱী। আমি নিৰৱে আগবাঢ়িছো। আইতাৰ খোজত বয়সৰ চাপ নাই। এজনী যোড়শী গাভৰুৰ দৰে নিশাৰ নির্জনতা গচকি তেওঁ আগুৱাইছে। নাজানো কিহত বিভোৰ তেওঁ। প্রকৃতিৰ মায়াসনা ৰূপে আইতাৰ অতীত স্মৃতিক নিশ্চয় জাগৰিত কৰিছে। মোৰ বুকুৰ মাজতো অনুভৱ কৰিছো এক ধৰণৰ নীৰৱ কোলাহল। এই মুহূর্তত আইতাই যেন মোক বাট দেখুৱাই লৈ গৈছে কোনো এক ৰম্যপুৰীলৈ।

মই নীৰৱে তেওঁৰ খোজত খোজ মিলাইছো। অদূৰৰ পৰা ভাঁহি আহিছে বাঁহীৰ সুৰৰ দৰে এটি বুকু জোৰোৱা সুৰ। কৰুণ অথচ মধুৰ সুৰ। লাহে লাহে আমি সেই সুৰৰ কাষ চাপিছো। হৃদয়ৰ এটি মিঠা গুণগুণনি.....। সুহৃদৰ স'তে আমি পাৰ কৰিম এটি সুবাসিত নিশা। কবিতাৰ কোমল বুকুত আমি বিচাৰিম জীৱনৰ স্বাদ। গীতৰ সুৰত আমি হেৰাই যাম। নৃত্যৰ ভৰত কঁপিব কহুঁৱা চাপৰিৰ শুভ্র বালি। আইতাৰ চকুযোৰ আনন্দত তিৰবিৰাই উঠিব.....। ■

# লক্ষীমপুৰৰ ঠাইৰ নাম

ড° স্বপ্নালী গগৈ চেতিয়া



ঠাইৰ নামসমূহ হ'ল সাহিত্য-সংস্কৃতিৰ পৰিচায়ক। কাৰণ প্ৰতিটো নামৰ সৈতে জড়িত হৈ থাকে কোনো জাতি-জনজাতিৰ ভাষা-সংস্কৃতিৰ প্ৰতিৰূপ। সময়ে সময়ে বিভিন্ন জনগোষ্ঠীয় ৰাজ্যৰ অংশীদাৰ হোৱা লক্ষীমপুৰৰ ঠাইৰ নামসমূহতো সেয়ে তাৰ প্ৰতিফলন ঘটা দেখা গৈছে। প্ৰতিখন ঠাইৰ নামে বহন কৰি আছে তাৰ সুকীয়া অতীত, সুকীয়া বুৰঞ্জী—সেয়া সোলাল গোঁহাইৰ সোলাল গাঁৱেই হওঁক বা ৰংপুৰৰ পৰা আহি নতুনকৈ গাঁওপাতি থাকিবলৈ লোৱা ৰংপুৰীয়াই হওঁক। মাছেৰে উভৈনদী লক্ষীমপুৰৰ বহুবোৰ ঠাইৰ নাম তাত সহজতে পোৱা মাছৰ নামৰ ওপৰত আধাৰিত, যেনে—এলেংমৰা, পুঠিমাৰি ইত্যাদি। আন কিছুমান আকৌ কোনো বিশেষ প্ৰজাতিৰ গছৰ প্ৰাচুৰ্যৰ ওপৰত আধাৰিত যেনে—বোৱালগুৰি, উৰিয়ামতলা ইত্যাদি। কিছুমান ঠাইৰ নামৰ সৈতে বুৰঞ্জীৰ পোনপটীয়া

সংযোগ আছে আৰু কিছুমান সময়ৰ বুকুত অপভ্ৰংশ হৈ নতুন ৰূপত জিলিকি আছে। কিছুমান নামৰ আকৌ কোনো বুৰঞ্জী বা লিপিবদ্ধ ৰূপো পোৱা নাযায়। পিছে, এই সকলোবোৰ ঠাইৰ নামৰ অতীত সম্পৰ্কে জানিবলৈ হ'লে কিছু প্ৰণালীবদ্ধ অধ্যয়নৰ প্ৰয়োজন। ইয়াত লক্ষীমপুৰৰ কিছুমান ঠাইৰ নামৰ বিশ্লেষণ দাঙি ধৰা হৈছে।

আজাদ— প্ৰাচীন নাম সোঁৱালুগুৰি। ১৯৪৭ চনৰ আগতে গড়মুৰীয়া গোঁসাইকে ধৰি বহু সংখ্যক স্বাধীনতা সংগ্ৰামী আৰু কংগ্ৰেছ কৰ্মী এই অঞ্চলতে আছিল। ১৯৪৬ চনত এই কংগ্ৰেছীসকলে ইয়াত এখন মজলীয়া বিদ্যালয় খোলে। তেতিয়াৰ অখিল ভাৰত কংগ্ৰেছ দলৰ সভাপতি মৌলানা আবুল কালাম আজাদৰ সন্মানাৰ্থে তেওঁৰ নামেৰেই কংগ্ৰেছী নেতা সৰ্বেশ্বৰ বৰুৱাই বিদ্যালয়খনৰ নাম আজাদ ৰাখিলে। একে নামেৰেই ক্ৰমে এটা পুথিভঁৰাল, এটা ডাকঘৰ, এখন প্ৰাথমিক চিকিৎসালয় গঢ়ি উঠাৰ পিচত শেষত আজাদ গাঁও পঞ্চায়তৰো জন্ম হ'ল। সময়ত সোঁৱালুগুৰি নামৰ বিলুপ্তি ঘটি অঞ্চলটোৰ নাম আজাদ ৰূপে পৰিগণিত হয়।

আহুচাউল গাঁও— মূল টাই শব্দ আও-চাও-উল, যাৰ অৰ্থ ৰৰবৰুৱাৰ দেহৰক্ষী। আহুচাউল গাঁও অৰ্থাৎ ৰৰবৰুৱাৰ দেহৰক্ষী থকা ঠাই।

এঙাৰখোৱা—বৃটিছৰ যুগত দলহাট, চিলনীবাৰী, দিজু আদি চাহবাগানৰ বাবে জাহাজেৰে ব্ৰহ্মপুত্ৰ হৈ ৰঙানদীৰ পশুমৰা ঘাটেৰে কয়লা আনি এই অঞ্চলতে জমা কৰি ৰখা হৈছিল। তাত কেইবাটাও পুখুৰী আছিল আৰু তাতে কয়লাসমূহ ধোৱাৰ ব্যৱস্থা আছিল। কয়লাক স্থানীয় মানুহে এঙাৰ বুলিছিল। এই এঙাৰধোৱা ঠাই বা এঙাৰ ধোৱাৰ পৰাই পিচলৈ ঠাইখনৰ নাম এঙাৰখোৱা হ'ল বুলি কোৱা হয়।

আন এটা ধাৰণা মতে আকৌ, হয়তু অতীজতে তাত কোনোবা এঙাৰ খোৱা মানুহ আছিল। কাৰণ দেহৰ কিবা বিসংগতি হ'লে বা কোনো গৰ্ভৱতী মহিলাইও কেতিয়াবা

এঙাৰ খাবলৈ বিচৰাৰ কথা শুনা যায়। গতিকে, তেনে কোনো এঙাৰ খোৱা ব্যক্তিৰ পৰাও ঠাইখনৰ নাম এঙাৰখোৱা হ'ব পাৰে।

এঠাকটীয়া— সোণৰ এঠা ফেন ওপঙন পদ্ধতিৰে বাহিৰ কৰি এই ঠাইত সোণ কমোৱা হৈছিল।

কদম— এই ঠাইত কৰ্দম ঋষিৰ আশ্ৰম আছিল বুলি জনা যায়। ঠাইখনত থকা কদম গছৰ আধিক্যৰ বাবেও ঠাইখনৰ নাম কদম হৈছে বুলি আন কিছুমানে ক'ব খোজে।

কৈলামাৰী— চাহৰ বাগান খোলাৰ পিছত সেই বাগানৰ কলঘৰ চলাবলৈ এই ঠাইত কয়লা ৰখা হৈছিল।

খাৰকাটি— হিলৈ বৰটোপত ব্যৱহাৰ কৰাৰ বাবে আহোম স্বৰ্গদেউসকলৰ দিনত এই ঠাইত খাৰ প্ৰস্তুত কৰা হৈছিল।

খেলমাটি— বৃটিছসকলে খেলা-ধূলা, ঘোঁৰাদৌৰ আদিৰ বাবে ৰখা মুকলি ঠাই—খেলপথাৰ অৰ্থাৎ খেলমাটি।

খুঁটাকটীয়া— এই ঠাইত আছিল খুঁটা কটা মানুহ। সেইবাবেই এই ঠাইৰ নাম খুঁটাকটীয়া হ'ল।

গৰুমৰীয়া গাঁও—আগৰ দিনত ডফলা ৰজাই এই অংশৰ পৰা কৰ-কাটল তুলিবলৈ এজন মানুহ নিযুক্তি কৰিছিল। পাহাৰৰ পৰা কৰ নিবলৈ অহা ৰজাৰ প্ৰতিনিধিয়ে যাতে তেওঁৰ ঘৰটো চিনিবলৈ অসুবিধা নহয় তাৰ বাবে ঘৰৰ সন্মুখত এটা গৰুৰ মূৰ চিন স্বৰূপে ৰাখিছিল। তাৰ পৰাই এই ঠাইৰ নাম গৰুমূৰীয়া গাঁও হ'ল।

চৰাইমৰীয়া— আহোম ৰজাৰ দিনত চৰাইমৰীয়া খেলৰ মানুহখিনি এই ঠাইত থকাৰ বাবেই ঠাইখনৰ নাম চৰাইমৰীয়া হ'ল।

চান্দমাৰি— প্ৰকৃততে নিচানমাৰি। সপ্তাহৰ অন্তত খেলা-ধূলা বা বিনোদনৰ বাবে বৃটিছসকলে কিছুমান বিশেষ ঠাইত পতাকা আঁৰি চিনাক্ত কৰি ৰাখিছিল। নিচান মৰা এই ঠাই সমূহেই সময়ত চান্দমাৰি নামেৰে পৰিচিত হ'ল।

চাবতি— দানকান কোম্পানীয়ে চীনদেশৰ পৰা চাহৰ সঁচ আনি এই

অঞ্চলতে চাহৰ নাচৰী খুলিছিল। শাৰী শাৰীকৈ চাহৰ পুলিবোৰ ৰোৱাৰ বাবে ঠাইখনক কোৱা হৈছিল চাহপতি। পিচলৈ মানুহৰ মুখত ক্ৰমে ঠাইখনৰ নাম হ'লগৈ চাবতি।

চিনাতলীয়া— ইংৰাজসকলে চীন দেশৰ পৰা অনা চাহৰ তলি আছিল বাবে ঠাইডোখৰৰ নাম চিনাতলীয়া হ'ল। কোনো কোনোৰ মতে ইংৰাজৰ দিনত সেই ঠাইত চীনা মানুহ বাস কৰিছিল বাবেই ঠাইখনক কোৱা হৈছিল চিনাতলীয়া।

চুকুলিভৰীয়া— দোলাৰ দৰে এখন বাহন, আকাৰত অলপ সৰু তাক কোৱা হৈছিল চুকুলি। এই ঠাইত চুকুলিৰ ভাৰীসকল আছিল বাবে ঠাইখনৰ নাম চুকুলিভৰীয়া।

চুতীয়াকাড়ী—এই ঠাইত চুতীয়া কাড়ী সৈন্য আছিল বাবেই ঠাইখনৰ নাম চুতীয়াকাড়ী হ'ল।

চৌখাম— টাই ভাষাত চৌ মানে বাঘ আৰু খাম মানে সোণ। সোণবৰণীয়া বাঘ অৰ্থাৎ ঢেকীয়াপতীয়া বাঘ থকা ঠাই বা অৰণ্য অঞ্চলেই চৌখাম।

জাপিসজীয়া— এই ঠাইত জাপিসজীয়া খেলৰ মানুহে বসতি কৰিছিল। আহোম শাসন কালত এই খেলৰ মানুহে জাপি সাজিছিল।

তালনগাওঁ— মূল তালম। তালম নামৰ এজন পৰাক্ৰমী মানুহে এই অঞ্চলত গাঁও পাতি বাস কৰিছিল। তেওঁৰ নামৰ পৰাই সময়ত ঠাইখনৰ নাম তালন গাঁও হ'লগৈ।

তিনিকুৰীয়া—প্ৰকৃততে তিনিকড়ীয়া। পূৰ্বতে ৰঙানদীৰ এটা শাখা এইফালে আছিল। তাকে পাৰ হ'বলৈ নাৰৰীয়াক দিব লগা হৈছিল তিনিটাকৈ কড়ি। তাৰপৰাই ঠাইখনৰ নাম তিনিকড়ীয়া আৰু সময়ত তিনিকুৰীয়া হ'লগৈ।

তেলাহী— টাই ভাষাত তে মানে হাতী, লাই মানে ডাঙৰ। তেলাহী হ'ল ডাঙৰ হাতী থকা ঠাই বা অৰণ্য অঞ্চল।

তেলীয়া গাওঁ— এই ঠাইত প্ৰচুৰ সৰিয়হৰ খেতি হৈছিল আৰু তাৰ পৰা তেল পেৰি ৰজাৰ ঘৰত যোগান ধৰা হৈছিল। তেলিয়া থকা বাবেই ঠাইখনৰ নাম তেলীয়া গাঁও। কোনো কোনোৰে

আকৌ তেলীয়া সম্প্ৰদায়ৰ মানুহ থকাৰ বাবে ঠাইখনৰ নাম তেলীয়া গাঁও হোৱা বুলিও ক'ব খোজে।

দাম্বুকিয়াল—অৰুণাচলৰ পাদম অঞ্চলৰ দাম্বুক উপত্যকাৰ পৰা অহা মিচিংসকলৰ শাখাটোক দাম্বুকীয়া বোলে। এই দাম্বুকিয়াসকলে বাস কৰা ঠাইখনেই দাম্বুকিয়াল।

দিজু— বড়ো ভাষাৰ শব্দ দিজু মানে নদীৰ আগলি অংশ—অৰ্থাৎ পাহাৰৰ নামনিত নদীৰ আগ অংশ থকা ঠাইখনেই দিজু।

ধেনুধৰীয়া— ইয়াত স্বৰ্গদেউৰ ধেনুধৰা সৈন্য অৰ্থাৎ কাড়ী সৈন্য আছিল। মানুহৰ মুখত পৰি ঠাইখনৰ নাম ধেনুধৰীয়া হ'ল।

নকাড়ী— আহোম শাসন কালত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ ডফলাৰ হাতৰ পৰা মুক্ত কৰি ৰাখিবলৈ এই ঠাইত স্বৰ্গদেৱে কাড়ী সৈন্য ৰাখিছিল। নকাড়ীত অৱস্থিত নটা আলি আৰু নটা পুখুৰীয়ে নজন কাড়ী থকাৰ প্ৰমাণ বহন কৰে।

নলকটা— ঠাইখন নলঘাঁহেৰে পৰিপূৰ্ণ আছিল। এই নল কাটি কাটি বাসোপযোগী কৰা ঠাইখনৰ নাম সেয়ে নলকটা হ'ল।

নাওশলীয়া— সোণধোৱা বিলৰ কাষৰ এই ঠাইত নাওৰ শাল আছিল। ইয়াত নাও বনোৱা আৰু মেৰামতিও কৰা হৈছিল।

নাওবৈচা— স্বৰ্গদেউ ৰুদ্ৰসিংহই উত্তৰ পাৰৰ ডফলা দমন কৰিবলৈ নাওবৈচা ফুকন আৰু পানী ফুকনৰ অধীনত সৈন্যদল পঠাইছিল। প্ৰথমবাৰ ডফলাৰ লগত যুদ্ধত হাৰি উভতি যোৱাত তেওঁলোকক মেখেলা পিন্ধোৱাৰ কথাও বুৰঞ্জীত আছে। পিছত অৱশ্যে তেওঁলোক ডফলা দমনত সফল হয়। এই নাওবৈচা ফুকনৰ পৰাই ঠাইখনৰ নাম হ'লগৈ নাওবৈচা।

পহুমৰা— অৰণ্যৰে আবৃত এইবোৰ অঞ্চল পহু চিকাৰৰ বাবে বিখ্যাত আছিল বাবেই ঠাইখনৰ নাম পহুমৰা হ'ল।

পানীগাঁও— লক্ষীমপুৰৰ দক্ষিণ প্ৰান্তত অৱস্থিত এই ঠাইখন তুলনামূলকভাৱে দ। ৰঙানদী, ডিক্ৰং, সোৱণশিৰি, খাবলু আদি কেইবাখনো নদীৰ নিম্নাংশ থকা এই অংশত প্ৰতি বাৰিষাতেই সাধাৰণতে বানপানী হোৱা দেখা যায়। সেয়ে

পানীৰ গাঁও অৰ্থাৎ পানীগাঁও।

**ফুকনৰহাট—** আহোম ৰাজত্বকালত উত্তৰপাৰৰ শাসনকৰ্তা ফুকনৰ অধীনত ইয়াত ডাঙৰ বজাৰ বহিছিল। শিঙিমাৰি, চিৰিঙৰ চুক আদি আহোম গাওঁসমূহ এতিয়াও এই বজাৰৰ লগতে দেখা যায়। এই বজাৰত পৰ্বত-ভৈয়ামৰ মানুহৰ মাজত বিনিময় প্ৰথাৰে বস্তুৰ আদান-প্ৰদান হৈছিল।

**বকল—** নগা, ডফলা আদি জনগোষ্ঠীৰ পৰা যিসকল লোক আহোম হৈছিল সেই সকলক বোলা হৈছিল বকল। এই বকলসকল থকা ঠাইখনৰ নামেই বকল।

**বগলীজান—** ৰঙানদীৰ এটা সৰু জান। মাছৰ আধিক্যৰ বাবে এই ঠাই বহুতো বগলীৰে ঢাক খাই আছিল বাবে ঠাইখনৰ নাম হ'ল বগলীজান।

**বগীনদী—** কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰত বগীনদীৰ নাম শ্বেতগংগা বুলি উল্লেখ আছে। বৰফ গলা নিৰ্মল পানী প্ৰবাহিত হৈ থকাৰ বাবেই নৈ খনৰ নাম বগীনদী আৰু যি ঠাইৰে বগীনদী প্ৰবাহিত হৈছে সেইখন ঠায়েই বগীনদী।

**বছাগাঁও—** আহোমৰ অধীনত কিছুমান বচা বচা বিষয়া থকা গাঁও আছিল বাবে গাঁওখনৰ নাম হ'ল বছাগাঁও।

**বৰচৰিয়া—** মূল বৰ-চৈয়া-বাং, টাই ভাষাৰ শব্দ। বৰচৈয়া মানে বৰগোঁহাইৰ দেহৰক্ষী আৰু বাং মানে গাঁও, অৰ্থাৎ বৰগোঁহাইৰ দেহৰক্ষী থকা গাঁও।

**বানটৌ গাঁও—** মূল বানটাই। টাই ভাষাত বান মানে গাঁও আৰু টাই মানে আহোম, অৰ্থাৎ আহোম মানুহৰ গাঁও। অন্যমতে বানটুং-টাই বৰাহী ফৈদৰ এটা খেলৰ নাম। বানটুং খেলৰ মানুহ থকা ঠাই বানটুং, পিছলৈ বানটৌ।

**বাহাদুৰ মাউত—** এই ঠাইত বাহাদুৰ নামৰ এজন মাউতৰ ঘৰ আছিল। তেওঁৰ নামেৰেই ঠাইখনৰ নাম হ'লগৈ বাহাদুৰ মাউত।

**মৈদমীয়া—** আহোম ৰজাসকলৰ দিনত মৈদাম হাজিবৰ বাবে আৰু মৈদাম ৰখিবৰ বাবে কিছুমান লোক নিযুক্ত কৰিছিল। আৰু এই

লোকসকলৰ থকা ঠাইখনেই হ'ল মৈদমীয়া গাঁও।

ৰঙাজান— ৰঙানদীৰ এটা জান এই ঠাইৰ মাজেৰে প্ৰবাহিত হোৱাৰ বাবেই ঠাইখনৰ নাম ৰঙাজান।

ৰাজগড়— কোচ ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ৰ ভাতৃ গোঁহাইকমলে পবৰ্ত-ভৈয়ামৰ সংযোগ স্থলত যি গোঁহাই কমল আলি বন্ধোৱাইছিল। কাল ক্ৰমত সিয়েই ৰাজগড় ৰূপে প্ৰসিদ্ধ হ'ল। বৰ্তমানো অৰুণাচল আৰু অসমৰ সীমান্তৰ এই অৱশেষ ৰাজগড় ৰূপে পৰিচিত।

লামুগাওঁ— টাই ভাষাত লাং মুং মানে জপনা। গতিকে ৰাজ্যৰ সীমামূৰীয়া ঠাই বা সীমান্ত অঞ্চল এই লামুগাঁও।

লীলাবাৰী— প্ৰকৃত নাম নীলাবাৰী। বৃটিছৰ দিনত এই ঠাইত নীলখেতি কৰা হৈছিল। সময়ত এই নীলাবাৰী মানুহৰ মুখত পৰি লীলাবাৰীলৈ ৰূপান্তৰিত হ'ল।

লেচাই গাঁও— টাই ভাষাত লেচাই মানে দ্বিতীয়। দ্বিতীয় শ্ৰেণীৰ বাসিন্দাৰ গাঁও, মানে অনা আহোম মানুহৰ গাঁও।

শেনচোৱা— বিহুৰ সময়ত হোৱা শেন যুঁজৰ বাবে শেন ধৰিবলৈ স্বৰ্গদেৱে ৰংপুৰৰ পৰা মানুহ আনি নিযুক্ত কৰিছিল। এই শেনচোৱা বা ধৰা মানুহ থকা গাঁওখনেই শেনচোৱা গাঁও।

শিয়ালবাৰী— আগৰ দিনত এই হাবিতলীয়া ঠাইত শিয়ালৰ প্ৰাদুৰ্ভাৱ বৰ বেছি আছিল বাবে ঠাইখনৰ নাম শিয়ালবাৰী হ'ল বুলি জনা যায়।

সোণৰঢেকী— সোণোৱাল কছাৰী সকলৰ বাসস্থান এইখন ঠাইত এটা পুখুৰী আছিল। পুখুৰীটো পশ্চিম পাৰত এটা ওখ ভেঁটি আছিল। স্থানীয় মানুহৰ পৰা শুনা মতে সেই ওখ ঠাইতে সোণ কমোৱা যন্ত্ৰপাতি ৰখা এটা ঘৰ আছিল। সোণ কমোৱা যন্ত্ৰ অৰ্থাৎ ঢেঁকী থকা ঠাইখনেই সোণৰঢেঁকী।

সোণাৰী— সোণৰ অলংকাৰ গঢ়োৱাত পাকৈত এই ঠাইৰ মানুহখিনি পূৰ্বতে আহিছিল কলিকতাৰপৰা। সোণৰ কাম কৰা লোক মানে সোণাৰীসকলৰ গাঁওখনেই সোনাৰী গাঁও।

হাঁহচৰা— টাই ভাষাত হান-চে-ৰাই মানে সৈন্য অহা-যোৱা কৰা বাট। অৰ্থাৎ ৰজাৰ সৈন্যসকল অহাযোৱা কৰা ঠাই বৰ্তমান হাঁহচৰা।

হাতীলুং— লুং মানে হৈছে বাট। হাতী অহা-যোৱা কৰা বাট। এই ঠাইৰ মাজেৰে বনৰীয়া হাতীৰ দল অহা-যোৱা কৰিছিল বাবে ঠাইখনৰ নাম হ'ল হাতীলুং।

হাতীবন্ধা— ইংৰাজৰ দিনত অৰুণাচলৰ পাহাৰত হাতী ধৰি এই ঠাইতে বান্ধি ৰাখি প্ৰশিক্ষণ ইত্যাদি দি পিচলৈ আন ঠাইলৈ প্ৰেৰণ কৰা হৈছিল বাবেই ঠাইখনৰ নাম হাতীবন্ধা হ'ল। ■

*লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ স্বৰ্ণজয়ন্তী স্মাৰক গ্ৰন্থ 'লক্ষীমপুৰ'ত প্ৰকাশিত—পৃঃ ৩৫৪*

# অসমৰ জাতীয় উৎসৱ বিহু আৰু পৰম্পৰাগত খেল-ধেমালি

চক্ৰধৰ সোণোৱাল



বিহুটি আদৰৰ বিহুটি সাদৰৰ
বিহুটি অসমৰ মান,
এনোৱা বিহুটি এৰিব লাগিলে
নৰ'ব অসমৰ মান।

অসমৰ জাতীয় উৎসৱ বিহু। এই বিহু তিনিটা— কাতি বিহু, মাঘৰ বিহু আৰু বহাগ বিহু। কাতি বিহুত পথাৰত চাকি (বন্তি) জ্বলায়। তুলসীৰ তলত বন্তি প্ৰজ্বলন কৰে। সেই সময়ত খেতিয়ক সমাজৰ কিছু অভাৱ-অনাটন হয়। সেয়ে কাতি বিহুক কঙালী বিহু বোলে। কিন্তু আহিন কাতি মাহত গৰখীয়াসকলে টাংগুটি খেল, কচুগুটি খেল, চেংগুটি খেল আদি

খেলিছিল। লগতে ৰাতি ৰাতি খেলিছিল হুই গুদু খেল।

**মাঘ বিহু ঃ** শালী ধান খেতি চপোৱাৰ পাছত এই বিহু পতা হয়. এই বিহুত নানা জা-জলপান, পিঠা-পনা খোৱা হয়। মেজিৰ জুই জ্বলোৱা হয়। মাহ-কৰাই, আলু খোৱা হয়। মাঘত আলু নাখালে পিছৰ জনমত গাহৰি হৈ জন্মিব লাগিব বুলি লোকবিশ্বাস আছে। মাঘ মাহ ভোগালী মাহ। সেয়ে এই বিহুক ভোগালী বিহু বোলে। মেজিৰ জুই পোৱাই উঠি ঘিলা খেল খেলাৰ নিয়ম আছিল। ঘিলা খেলিলে মূৰ ঘূৰণি নহয় আৰু ককালৰ বিষ নাইকীয়া হয়। তেনেকৈ টাংগুটি খেলে হাতৰ নিচান ঠিক কৰি ৰাখে। হুইগুদু খেলে উশাহ-দীঘল কৰি ৰখা, গাৰ শক্তি বৃদ্ধিত সহায় কৰে। মাঘৰ বিহুত ম'হ যুঁজ কৰাটো নিয়ম।

**বগাগ বিহু ঃ** ন-সাজ লোৱা, সৰুৱে বৰক সেৱা কৰা, গৰুক গা ধুউৱা আৰু গৃহস্থৰ চোতালে চোতালে ঘোষা-পদ গাই আশীৰ্বাদ দি বিহু গাই ফুৰা হুঁচৰি যোৰাৰ কথা মনলৈ আহে। জা-জলপান খাই ৰং-ৰহইচ কৰি বিহু গাই ফুৰা বাবে এই বিহুক ৰঙালী বিহু বোলে। সেয়ে বিহু নামৰ জাতত গোৱা হয় এনেদৰে—

বিহু বিহু বিহুটি, আমাৰ বিহু তিনিটি;
কাতি বিহু কঙালী, মাঘৰ বিহু ভোগালী,
বহাগতে ধেমালি কৰো চেনাই বাখৰ ঐ বহাগতে.....

এই বহাগতে কড়ি খেল খেলি ভাগ্য গণনা কৰা হয়। ধূপখেল, মল্লযুদ্ধ, কাবাডী খেল, বাটলুগুটি খেল, ধনু খেল আদি খেলিছিল।

**মল্লযুঁজ ঃ** মল্লযুঁজ আচলতে বগৰা-বাগৰি খেল, এজনে আন এজনক বগৰাব পাৰিলেই হৰা জিকাৰ ফলাফল নিৰ্ণয় হৈছিল। এই খেল বল আৰু শক্তিৰ খেল।

**কাঁড়খেল ঃ** অতীতত মানুহৰ চিকাৰৰ সঁজুলি আৰু যুদ্ধৰ সঁজুলিসমূহৰ ভিতৰত ধনু-কাঁড় এক উল্লেখনীয় সঁজুলি আছিল। এই কাঁড় খেলৰ কাড়ীসকলৰ মাজত প্ৰতিযোগিতা পাতিছিল। এক মিনিট দূৰত্বত এটা বস্তু ৰাখি সেই বস্তুলৈ লক্ষ্য কৰি কাড় মৰাৰ প্ৰতিযোগিতা হৈছিল। নিৰ্দিষ্ট স্থানত লক্ষ্যভেদ কৰিব পাৰিলেই তেওঁ বিজয়ী হৈছিল।

**বাটলুগুটি ধনুৰ খেল ঃ** এই খেলো কাড় খেলৰ নিচিনাই

অধ্যব্যৱসায় আৰু সাধনাৰ প্ৰয়োজন। চেমনীয়াৰ পৰা ডেকা, সকলোলৈকে এই খেল অতি জনপ্ৰিয় আছিল। বাটলুগুটি নৈৰ গড়া বা দ-পথাৰৰ পৰা মাটি আলি আলটীয়া মাটিৰে অতি টানকৈ গুল গুল কৰি এটা নিৰ্দিষ্ট আকাৰত বাটি উলিয়ায়। ইয়াক ৰ'দত শুকোৱায়। জুই পুৰি টান কৰি লোৱা হয়। মুগা ৰখীয়াই এই সঁজুলি ব্যৱহাৰ কৰে। বিহু নামত গোৱা হয়—

চোমনিৰ শতৰু মুগাকৈ চুঙীয়া
পৰিব নিদিয়ে ডালত।
তোমাৰ মোৰ শতৰু তোমাৰ মাৰ দেউতাৰা
ফুৰিব নিদিয়ে লগত।।

কোনো কোনো লোকে এনে অধিক অনুশীলন কৰে যে গছৰ ডালত পৰি থকা চৰাইজনীক বা উৰি যোৱা পখীটোক মাৰিবলৈ ক'লেই গুটিবিদ্ধ কৰিব পাৰে। এনেদৰে লক্ষ্যভেদ কৰিব পৰা প্ৰতিযোগিতা পতা হৈছিল।

এনে বহু বিধ খেল-ধেমালি আছিল; যি আজি কালৰ বুকুত হেৰাই যাব খুজিছে। আমি বিহুৰ লগতে অতীত পৰম্পৰা অক্ষুন্ন ৰাখি এই খেলসমূহৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰিব পাৰো।

এইখিনিতে দুবিধমান খেলৰ নীতি-নিয়মৰ বিষয়ে উল্লেখ কৰিব খুজিছোঁ।

ঘিলাখেল ঃ এই খেল অতি প্ৰাচীন খেল আৰু আমোদপ্ৰিয় খেল আছিল। পুৰুষ-মহিলা উভয়ে এই খেলত অংশ ল'ব পাৰিছিল।

গ'ল কানাই গ'ল ঘিলা খেলিবলৈ গ'ল,
যমুনাৰ তিৰতে ৰাধাক লগ পাই বাটতে গধুলি হ'ল।

শ্ৰী কৃষ্ণইও ঘিলা খেলিছিল বুলি উল্লেখ পোৱা যায়। ঘিলাখেলৰ ক্ষেত্ৰখন সমান (সমতল) হোৱা উচিত। আগৰদিনত গৃহস্থৰ বহল চোতালত খেলা হৈছিল। এই খেলত খেলুৱৈৰ নিৰ্দিষ্ট সংখ্যা নাই। কিন্তু দুয়োপক্ষৰ সমান সংখ্যা খেলুৱৈ হ'ব লাগে। এক পক্ষই ঘিলাসমূহ নিৰ্দিষ্ট দূৰত্বত পথালিকৈ লম্বভাৱে পাতি থয়। দ্বিতীয় পক্ষই ঘিলাসমূহ তলৰ স্বৰৰ চমু আভাস দিয়াৰ দৰে পাতি থোৱা ঘিলাসমূহক টিকাব লাগে বা খাব লাগে। এটা ঘিলাক লাই বোলে। ঘিলা লায়ে খাওঁতে যদি পাতি থোৱা ঘিলা

লাইৰ গাতত পৰে তাক গাজো বোলে। সেই ঘিলালায়ে গাজো দিব লাগে। আকৌ যদি ঘিলা লাৰোতে অথালি পথালি হয় তাক বেংকেয়েয়া বোলে। বেংকেয়েয়া হ'লে দুয়োখন হাত কেএগ্ৰা খুৰাই ঘিলা মাৰিব লাগে। অৱশ্যে ঠাইভেদে ইয়াৰ নামবোৰ বেলেগ বেলেগ হয়।

(১) ঘূৰ-ঘূৰণী/ঘুটঘুটা ঃ ঠাইভেদে নাম সুকীয়া। শাৰীকৈ পাতি থোৱা ঘিলাবোৰক দুই হাতেৰে বিশেষ কৌশলেৰে ঘূৰাই মাৰি টিকাব/লগাব লাগে। ঘিলা লাইয়ে ঘূৰি ঘূৰি গৈ টিকিচ-টিকিচ কৰি খাবগৈ।

(২) চেল্‌চেলাই/চেল-চেৰেলা ঃ এই পৰ্যায়ত ঘিলা লাই চোঁচৰাই মৰা হয়। চোঁচৰাই মাৰোতে খেলুৱৈজন লম্বভাৱে থকাটো খেলৰ নিয়ম। ঘিলা গৈ যি স্থানত পৰেগৈ তাৰপৰা পুনৰ ঘূৰ ঘূৰণীৰ দৰে ঘিলা ঘূৰাই ঘূৰাই মাৰি খোৱাৰ নিয়ম।

(৩) লুটুপী/তিপুলি ঃ এই পৰ্যায়ত ঘিলাটো ঠিয়কৈ চলাই মাৰি পঠোৱা হয়। ইয়াক ধৰিব নোৱাৰি। ঘিলা গৈ য'ত ৰবগৈ তাৰপৰা পুনৰ আগৰ দৰে ঘূৰাই মাৰি পাতি থোৱা ঘিলাবোৰ খাব লাগে।

(৪) শ্ৰীকালি/চিক্‌নি ঃ ঘিলাটো ভৰিৰে বুঢ়া আঙুলিৰ ফাকত ভৰাই চলাই মাৰি পঠোৱা হয়। য'ত ঘিলা ৰবগৈ আগৰ দৰে পুনৰ ঘূৰাই মাৰি খাব লাগে।

(৫) ডেক্‌লাই/ডেৰকেলাই ঃ ভৰিৰ পতাৰ ওপৰত ৰাখি চেপেটাকৈ মাৰি খেলা পৰ্যায়টোক ডেকলাই বুলি কোৱা হয়।

(৬) ঘঙ্কৰ ঃ ঘিলা লাই ভৰিৰ সৰু গাঁঠিৰ তলত ৰাখি দুয়ো ভৰি কেপত হেচি ধৰি জপিয়াই মৰা হয়। এই পৰ্যায়টো কিছু জটিল।

(৭) আঠুলি/আঠুলি ঃ ভৰিৰ দুই আঠুৰ মাজত ঘিলা লাই ৰাখি জপিয়াই মৰা হয়। আগৰদৰে পুনৰ ঘিলা লাই য'ত পৰে তাৰপৰা মৰা হয়।

(৮) বাঙ্খালি/বিঙ্খালি ঃ দুই কৰঙণৰ মাজত ঘিলা লাই ৰাখি জাপ মাৰি ঘিলা মৰাকে বাঙ্খালি/বিষালি বুলি কোৱা হয়।

(৯) আগেধৰা ঃ ঘিলাটো জোৰেৰে চলাই মাৰি দৌৰি গৈ ঘিলাটো ধৰিবগৈ লাগিব আৰু তাৰপৰা পুনৰ ঘূৰাই মাৰি পাতি থোৱা ঘিলাবোৰ খাব লাগিব।

(১০) নিচুৰা/নিধৰি ঃ লাই ঘিলাটো চলাই দি মৰা হয়। ইয়াক চুব নোৱাৰি বা ধৰিব নোৱাৰি। সেয়ে নিচুৰা/নিধৰি।

এনেকৈ প্ৰত্যেকজনে ঘিলা মাৰিব। যদি দ্বিতীয় পক্ষই সম্পূৰ্ণ ঘিলা খাব নোৱাৰে তেনে ঘিলা পতা প্ৰথম পক্ষই সম্পূৰ্ণ ঘিলা মাৰিবলৈ সুবিধা পায়। যদি সম্পূৰ্ণ পৰ্যায়/স্তৰ কেইটা শেষ হয় তেন্তে শেষ পৰ্যায় পাব।

(১১) টেং ঃ খেলৰ শেষ পৰ্যায় হৈছে টেং/ঘৰা, টেং পালে ঘিলাবোৰ ঠিয় ঠিয়কৈ পতা হয়। সম্পূৰ্ণ ঘিলাবোৰ খাব পাৰিলেই এক টেং/ঘৰা (একগেইন) এক খেল বুলি ধৰা হয়। সোণোৱালসকলৰ বিহুনামত গায়—

ঘিলা খেলিবৰে নাই ঐ মৰুৱা<br>
আজিবা এৰেনে নাই।<br>
ঘিলাখেল খেলংতে টিকুচি টিকুচি<br>
জিকিলং ৰাঙলী নাই।।

টাংগুটি খেল ঃ এই খেল মুকলি পথাৰত খেলা হয়। এই খেলৰ সঁজুলি নিজে সাজি ল'ব পাৰি। প্ৰায় ৯/১০ ইঞ্চি দৈৰ্ঘ্যৰ আৰু ৪/৫ ইঞ্চি ব্যাসৰ এটুকুৰা গছৰ ডাল এচলিয়াকৈ কাটি লোৱা হয়। ইয়াক গুটি বোলে। কাঠডোখৰ টান কাটৰ হ'লে ভাল হয়। এডাল ডেৰহাত/দুইহাত দৈৰ্ঘ্যৰ একে সমান ব্যাসৰ লাঠি লোৱা হয়, ইয়াক কোৱা হয় টাং। গুটিটো দুই ইঞ্চিমান দ আৰু চাৰি ইঞ্চিমান দৈৰ্ঘ্যৰ গাতত এচলীয়াকৈ ৰাখি এটা মূৰত লাঠি ডালেৰে ওপৰলৈ তুলি লাঠি ডালেৰে দ্বিতীয়বাৰ গাৰ জোৰেৰে কোব মাৰি দূৰলৈ পেলাই দিয়ে। প্ৰথম গুটি মৰাক খেলৰ হিচাপমতে 'এ' বুলি কোৱা হয়। গুটিটো যি ঠাইত পৰিছে সেই ঠাইৰ পৰা খেল কেন্দ্ৰৰ গাতলৈ খেলৰ লাঠি ডালেৰে জোখা হয়। যিমান লাঠি হয় প্ৰতি লাঠি এককৈ হিচাপ কৰা হয়। সেইদৰে দ্বিতীয় পৰ্যায়ত খেলুৱৈজনে বাওঁভৰিৰ ওপৰত তুলি লাঠি ডালেৰে কোব মাৰিব লাগে। এই পৰ্যায়ক কোৱা হয় 'ভে'। গুটিত লাগি দূৰলৈকে যদি যায় তেতিয়া প্ৰথমবাৰৰ নিচিনাকৈ পুনৰ হিচাপ কৰা হয়। যদি খেলুৱৈজনে গুটিটো লগাব নোৱাৰে তেতিয়াহ'লে তেওঁৰ চাল যায়। হিচাপ কৰাৰ পাছত খেলকেন্দ্ৰ বা গাতৰ লাঠিডাল পাতি দিয়া হয়। যদি গুটি পৰা ঠাইৰ পৰা গুটিবোৰ গাতত থকা লাঠিডালত লগাব পাৰে

তেতিয়াও তেওঁৰ চাল যায়। এই খেলৰ তৃতীয় পৰ্যায় হ'ল 'বৌ'। এই পৰ্যায়ত বাওঁ হাতৰ আঙুলিৰে মুঠি মাৰি মুঠিৰ ওপৰত গুটিটো থৈ ওপৰলৈ তুলি সৰু লাঠিডালেৰে মৰা হয়। যদি লাগিল গুটি মূৰত পৰিল আৰু নালাগিলে চাল যায়। ইয়াৰ পাছৰ পৰ্যায় 'ৰাচ'। এই পৰ্যায়ত বাওঁহাতখন সম্পূৰ্ণভাৱে মেলি দি হাতৰ ওপৰত গুটিটো ৰাখি আগৰ দৰে ওপৰলৈ উঠাই ইয়াক মৰা হয়। একে অনুক্ৰমে জোখা হয়। ৰাচৰ পাছতে 'পাঁচ' অৰ্থাৎ পঞ্চম পৰ্যায়ত খেল সম্পূৰ্ণ হয়। এই পৰ্যায়ত লাঠিডালৰ আগমূৰত গুটিটো যোগ চিনৰ নিচিনাকৈ ৰাখি লাঠিডালৰ পাছৰ অংশই মৰা হয়। যদি লগাব পৰা নহয় তেতিয়া তেওঁৰ চাল শেষ হয়। খেল কিমানত সম্পূৰ্ণ হ'ব তাক খেলুৱৈসকলে পূৰ্বতে ঠিক কৰি লয়। ইয়াৰ হিচাপ ব্যৱস্থা এনেধৰণৰ— এ, ভে, বৌ, ৰাচ, পাঁচ পইণ্টৰ হিচাপ একৰ পৰা একাদিক্ৰমে কৰা হয়।

এই খেলকো ঠাই বিশেষে কিছু তাৰতম্য বা নামাকৰণ বেলেগ বেলেগ হ'ব পাৰে। আমি মাত্ৰ কেইটামান খেলৰ কথা ইয়াত উল্লেখ কৰিলো।

যিকোনো খেল-ধেমালিয়ে মানুহৰ মনত আনন্দ দিয়ে, শাৰীৰিক উৎকৰ্ষ সাধন কৰে, পৰস্পৰৰ সমন্বয় হেতু গঢ়ে. অচিনাকি লোকৰ মাজত পৰিচয় ঘটে। যেনেকৈ গীত-মাতে মানুহৰ মনৰ উৎকৰ্ষ সাধন কৰে। আমি বিহুৰ লগত সংগতি ৰাখি পুৰণি হেৰাই যাব খোজা এই পৰম্পৰাগত খেল-ধেমালিসমূহ অনুষ্ঠিত কৰাটো উচিত হ'ব।

আমি আৰম্ভণিতে অসম, অসমীয়াৰ তিনিটা বিহুৰ কথা উল্লেখ কৰিছোঁ। আজিৰ যুৱ চামে অসমৰ জাতীয় উৎসৱ বুলি ক'লে বহাগ বিহু কথালৈহে মনলৈ আনে। বহাগ বিহু মানে আকৌ মঞ্চৰ বিহু আৰু মঞ্চৰ বিহু মানে নাচনী নচুৱা (বিহুৰাণী, বিহু সম্ৰাগ্ৰী), সাংস্কৃতিক সন্ধ্যা পাতি নামী-দামী শিল্পী আনি লাখ লাখ টকা খৰচ কৰি পতা অনুষ্ঠানক বুজিব লৈছে।

বহাগৰ বিহুত গাঁৱৰ চোতালত ডেকা-বুঢ়া সকলোৱে মিলি ঘোষাপদ গোৱা, আশীৰ্বাদ দিয়া, সকলোৱে বিহু গাই ৰং-ৰহইচ কৰা, ঘৰে ঘৰে আশীৰ্বাদ দি পদধূলা পেলোৱা আৰু গৃহস্থৰ সকলোৱে মিলি সেৱা জনোৱা সেই হুঁচৰিযোৱাৰ কথা মনলৈ আনিবলৈ পাৰিবগৈ নে? কিছু কিছু অঞ্চলত এতিয়াও জীয়াই থকা এই হুঁচৰিযোৱাক সজীৱ কৰি ৰাখিব পাৰিলেহে বিহু-সংস্কৃতি জীয়াই থাকিব আৰু অসম, অসমীয়াৰ মান ৰক্ষা পৰিব। ■

# জনজাতি জনগোষ্ঠী ঠেঙ্গাল কছাৰীসকলৰ ব'হাগ বিহুৰ স্বকীয় পৰম্পৰা

ৰিপিন কুমাৰ বৰা

বসন্ত উৎসৱ মূলতঃ কৃষিজীৱী গ্ৰাম্য সংস্কৃতি। সেয়ে অসমৰ জনজীৱনত ব'হাগ বিহু অতিকৈ আদৰৰ লোকউৎসৱ। অসমৰ এনে সমন্বয় সংস্কৃতিৰ উপাদানেই বিভিন্নজাতি-উপজাতি আৰু সম্প্ৰদায়ক এনেডাল এনাজৰিৰে বান্ধি ৰাখিছে। বিহুৰ বৰ্ণাঢ্য সংস্কৃতিৰ বৈশিষ্ট্যসমূহ ভিন ভিন জাতি গোষ্ঠীৰ বা সম্প্ৰদায়ৰ মাজত স্বকীয়ভাৱে পালন কৰা দেখা যায়। এনে গোষ্ঠীগত বা সম্প্ৰদায়গত কিছুমান নিজা সংস্কৃতিক বৈশিষ্ট্যই সেই গোষ্ঠী বা সম্প্ৰদায় সমূহক মহীয়মান কৰি ৰাখিছে। প্ৰত্যেক জনগোষ্ঠীৰে ব'হাগ বিহু নিজ নিজ গোষ্ঠীগত সুকীয়া পৰম্পৰাগত বৈশিষ্ট্যৰে পালন কৰাৰ দৰেই ভূমিপুত্ৰ ঠেঙ্গাল কছাৰীসকলেও কিছুমান স্বকীয় বৈশিষ্ট্যৰে অতীজৰে পৰা ব'হাগ বিহু পালন কৰি আহিছে। ঠেঙ্গাল কছাৰীৰ বিহু উৎসৱ নিজস্ব আচাৰ অনুষ্ঠানেৰে সমৃদ্ধ।

অসমৰ অন্যান্য জনগোষ্ঠীৰ দৰেই ঠেঙ্গাল কছাৰীসকলে

স্বকীয় আচাৰ নীতিৰে চ'তৰ সংক্ৰান্তি দিনাৰ পৰাই বিহু পালন কৰে যদিও চ'ত মাহ সোমোৱাৰ দিনাৰ পৰাই বিহু মৰা আৰম্ভ কৰে। এই বিহু ঠেঙ্গাল কছাৰীৰ গাভৰুসকলে ৰাতি মৰা বিহু "ৰাতি বিহু"। পথাৰৰ আঁহত গছ বা বৰগছৰ তলত "ৰাতিৰ বিহুৰ" খোলাবোৰ পতা হয়। ৰাতি গছৰ তলত গাভৰুসকলে জুম বান্ধি চক্ৰাকাৰে ঘূৰি বিহু নাম গাই কেঁচীয়াকৈ (Digonal) নাচি বিহু মাৰে। ৰাতি বিহুৰ স্বাক্ষৰ বিহু নামে আজিও বহন কৰি আছে। যেনেকৈ—

ইয়ে বোলে চেনাইটি সিয়ে বোলে চেনাইটি
চেনাইটি কলৈনো গ'ল।
লেমবাটি লগাই লৈ চেনেহীক লগত লৈ
ৰাতি বিহু চাবলৈ গ'ল।

চ'তৰ সংক্ৰান্তিলৈকে ৰাতি মৰা বিহুত টকা, গগনা, বীণ আদি বাদ্যৰ ব্যৱহাৰ কৰে। চ'তৰ সংক্ৰান্তিলৈকে ৰাতি বিহু মাৰি গাভৰুসকলে প্ৰথম ব'হাগৰ পৰা দিনত গছৰ তলত বিহু মাৰে। বৰ্তমান এইবিহুকেই 'মাইকী বিহু' অথবা 'গাভৰু বিহু' নামে আখ্যা দিয়া হৈছে। ৰাতি বিহুৰ দৰেই পাট গাভৰু আৰু বুঢ়ীসকলেও ঘৰে ঘৰে গৈ বিহু মাৰি আনন্দ কৰে। ঠেঙ্গাল কছাৰী গাভৰু বিহু জুমে গাঁৱত জোঁৱাই পাতি নতুন জোঁৱাই শশুৰৰ ঘৰলৈ আহিলে, জোঁৱাই অহা ঘৰলৈ গৈ বিহুমাৰি আনন্দ কৰি জা-জলপান খোৱা আৰু আৰু জোঁৱাইৰ পৰা বা-বৰঙণি লোৱাৰ নিয়ম আছে। এনেপৰম্পৰা ঠেঙ্গাল কছাৰীসকলৰ অন্যতমনিজা বৈশিষ্ট্য।

ঠেঙ্গাল কছাৰীৰ বিহুৰ লোক পৰম্পৰাগত থকা আন তিনিটা প্ৰচলিত প্ৰধান বৈশিষ্ট্য হ'ল — তৰাছিৰা বিহু বা বালি বিহু, নৰাছিঙা বিহু আৰু বোকা বিহু।

তৰাছিৰা বা বালিবিহু ঃ জাতীয় উৎসৱ বিহু সংস্কৃতিৰ পৰম্পৰাগত প্ৰথা অনুসৰি চ'তৰ সংক্ৰান্তিৰ গৰু বিহুৰ দিনা গৰুক তৰাগছৰ নতুন পঘা পিন্ধাই গধূলি গোহালিত যথা ৰীতি সৎকাৰ কৰি পিন্ধোৱা হয়। নতুন বছৰত গৰু বিহুৰ দিনাখন গৰুক নতুন পঘা পিন্ধাবৰ উৰ্দ্দেশ্যে চ'ত মাহৰ পোন্বৰ-যোল্লদিন যোৱাৰ পিছতে ডেকাসকলে তৰাগছ ছিৰি আনিবলৈ দূৰৈৰ হাবি, নৈপাৰ বা গেৰেকনিলৈ দল বান্ধি যায়। ঠেঙ্গাল কছাৰীৰ পৰম্পৰা অনুসৰি তৰা চিৰিবলৈ যাওঁতে ডেকাসকলে বিহুনামবিহুনামগাই আনন্দ কৰে আৰু তেনেদৰেই বিহুমাৰি তৰাছিৰি ঘৰলৈ আনি ৰ'দত শুকুৱাই ৰাখে। সেই এক সময়তে গাঁৱৰ বুঢ়াসকলে ঘৰে ঘৰে গৈ হাবিৰ পৰা আনি থোৱা তৰা জৰীৰে পঘা বাটি বিহু মাৰি জা-জলপান, মদ-মাংস খায়। ইয়াকে তৰা ছিৰা বিহু বোলা হয়। অন্যহাতে ইয়াৰ দ্বাৰাই আগন্তুক বিহু মাৰিবলৈ আখৰাও কৰা হয়।

নৰা ছিঙা বিহু ঃ খেতি-বাতি চপাই মাঘৰ বিহু পালন কৰাৰ পিছত চ'ত সোমোৱাৰ পিছতে নতুনকৈ আহু খেতি কৰিবৰ বাবে পথাৰখন মুকলি কৰিবলৈ গাঁৱৰ কৃষক ডেকা-গাভৰুসকল জাকে জাকে পথাৰত গৈধানৰ নৰা ছিঙা আৰম্ভ কৰে। নৰা ছিঙা সময়ছোৱাত অৱসাদ অনুভৱ নকৰিবলৈ বিহুনাম গাই আনন্দ ফুৰ্ত্তি কৰি কামত ব্যস্ত থাকে। এনে বিহুকে নৰা ছিঙা বোলা হয়। নৰা ছিঙা বিহু অসমৰ মিছিংসকলৰ প্ৰধান উৎসৱ।

বোকা বিহু ঃ ঠেঙ্গাল কছাৰীসকলৰ মাজত বহাগ বিহুত প্ৰচলিত অন্য এটা স্বকীয় লোক-পৰম্পৰা হৈছে "বোকা বিহু"। "বোকা বিহু" ঠেঙ্গাল কছাৰীসকলৰ নিজস্ব সংস্কৃতিৰ অন্যতম বৈশিষ্ট্য। অসমৰ বিহু সংস্কৃতিৰ গৰু বিহু ধৰ্মীয় লোকাচাৰ হিচাপে পৰিগণিত। গৰু বিহুৰ দিনাখন গৰুক যথা ৰীতি মতে গা-পা ধুৱাই ল'ৰা-বুঢ়া সকলো মিলি নামঘৰলৈ যায়।

কণী যুঁজায়, হুচৰি আৰু বিহু মৰাৰ সম্পৰ্কে আলোচনা কৰে। সকুৱে ডাঙৰক সেৱা সৎকাৰ জনায়। ডাঙৰে সৰুক নতুন কাপোৰ পিন্ধায়। দিনটো জা-জলপান লঘু আহাৰ গ্ৰহণ কৰি গধুলি গৰুক নতুন পঘা হিচাপে আগতে বাটি থোৱা নতুন পঘা পিন্ধাই গোহালিত বান্ধে। ঠেঙ্গাল কছাৰীৰ বিহুৰ ধৰ্মীয় পৰম্পৰা মতে চলি অহা মৃতকক দিয়া অনুষ্ঠান আৰম্ভ কৰে। মৃতকক দিয়া কাৰ্য্য ঠেঙ্গাল কছাৰীসকলে তিনিওটা বিহুতে পালন কৰে। গধুলি প্ৰত্যেক পৰিয়ালৰ আখা শালত যথা ৰীতি মতে সম্পাদন কৰি মদ-ভাত, মাংস আদি খায়। কোনো কোনো পৰিয়ালে জা-জলপানেৰে মৃতকক দিয়া অনুষ্ঠান পালন কৰে। মৃতকক দিয়া অনুষ্ঠান শেষ কৰি ডেকা-গাভৰু, বুঢ়া সকল গাঁৱৰ মুখিয়াল মেধিৰ ঘৰত অথবা গাঁওবুঢ়াৰ ঘৰত গোট-পিট খাই বিহু মৰাৰ প্ৰস্তুতি কৰে। বিহু যোৱাৰ আৰম্ভণীতে বয়োজ্যেষ্ঠ আৰু মুখিয়াললোকে মেধি বা গাঁওবুঢ়াৰ ঘৰৰ চোতালত কলহে কলহে পানী ঢালি নাচি বাগি বোকা খচি লুতুৰি পুতুৰি হৈ বিহু মাৰে। মুখিয়াল গৃহস্থই গঁএৱাইজক মদ-মাংস, জা-জলপানেৰে অভ্যৰ্থনা জনায়। এইয়ে ঠেঙ্গাল কছাৰীসকলৰ 'বোকা বিহু'। অধিক শস্য উৎপাদনৰ উপযোগীকৈ পথাৰৰ উৰ্বৰতা বৃদ্ধিৰ বাবে তেনেদৰে কৰ্ষণ কৰা প্ৰাৰম্ভিক প্ৰস্তুতিয়েই ঠেঙ্গাল কছাৰীসকলৰ বোকা বিহুৰ তাৎপৰ্য। "বোকা বিহু"ৰ পিছদিনাৰ পৰা মূল বিহু আৰম্ভ হয়। ঠেঙ্গাল কছাৰীসকসে হুঁচৰি গোৱাৰ পিছত বিহু নাম গাই ঢোল-পেঁপাৰ চেৱত নাচিবলৈ মজিয়াত পানী ঢালি লয়। গাঁওখনীয়া খেলৰ মেধিৰ ঘৰত বা বৰাৰ ঘৰত বিহু আৰম্ভ কৰিলে খেলৰ ধনী-দুখীয়া প্ৰত্যেক গৃহস্থি ঘৰতে হুঁচৰি, বিহু গোৱাটো ঠেঙ্গাল কছাৰীসকলৰ বাধ্য বাধকতাৰ প্ৰচলিত নিয়ম। হুঁচৰি দলক গৃহস্থই সান্দহ, পিঠা-পনা, জা-জলপান খাবলৈ দিয়াৰ উপৰি মদ-মাংসৰে

আপ্যায়িত কৰে। সাধ্যানুসাৰে গামোচা, চেলেং কাপোৰ, দা-দক্ষিণাৰ শৰাই আগবঢ়াই আশীৰ্বাদ লোৱাৰ নিয়ম আজিও বৰ্ত্তি আছে।

ঠেঙ্গাল কছাৰীসকলে সাদিন বিহু মৰাৰ পিছত বিশেষ নিয়মেৰে বিহুৰ সামৰণি মাৰে। ইয়াকে বিহু উৰুৱা অনুষ্ঠান বোলে। গাঁৱত বা বাহিৰত হুঁচৰি গোৱা, বিহু মৰা শেষ হ'লে পুনৰ সকলো নামঘৰত গোট খায়। গঞা ৰাইজ নামঘৰৰ সন্মুখত পৰা—

নিলাজী চ'ত, আছিলি ক'ত

নিলাজী নাম নেথাকো যাম।

আদি বিহু সামৰা গীত গাই মুকলি পথাৰলৈ দল বান্ধি যায়। পথাৰৰ মাজত থকা গছৰ তলত হুঁচৰি আৰু বিহু মাৰে। বিহুৰ ৰং-ধেমালিৰ মাজতে ইজন-সিজনলৈ পানী-বোকা চটিয়াই বোকাত লুটুৰি পুতুৰি হয়। শেষত টকা, পেঁপা, গগনা গছত ওলমাই, গছত গামোচা বান্ধি তাৰ পৰা বিদায় লয়। কোনো কোনোৱে খেতিৰ দিনত ঢোল নবজাবলৈ ঢোল ফুটুৱাই ভূঁই ৰোৱাৰ পিছত ঢোল বজালে ৰোৱা পোকে ধৰে বোলা জনবিশ্বাস ঠেঙ্গাল কছাৰীসকলৰ মাজতো াছে। বিহু উৰুৱাই পথাৰৰ পৰা ঘৰলৈ আহোঁতে কেৱে মাত-বোল, চিঞৰ-বাখৰ নকৰে আৰু পিচলৈ ঘূৰি নাচায়। বিহু উৰুৱাৰ দিনা গঁঞা ৰাইজ ৰাজহুৱা স্থানত গোট খাই ভোজ-ভাত খোৱাৰ পিছত বিহুৰ হিচাপ কৰি ঘৰা ঘৰি যায়।

বৰ্তমান আধুনিক যুগৰ বিভিন্ন সমস্যাৰ প্ৰতিবন্ধকতাত সকলো জাতিৰ লোক-সংস্কৃতিৰ পৰিমণ্ডল কিছু পৰিমাণে হ'লেও সংকুচিত হৈ আহিছে। যেনেকে পৰিৱৰ্তিত প্ৰেক্ষাপটত ঠেঙ্গাল কছাৰীসকলৰ বিহু সংস্কৃতিৰ বহু স্বকীয়তা লোপ পাব ধৰিছে। অসমৰ বিভিন্ন জাতিৰ বিহু সংস্কৃতিৰ লগত সংমিশ্ৰণ আৰু পৰিগ্ৰহ কৰি এক স্বকীয় বৈশিষ্ট্য বহু ঠাইত ঠেঙ্গাল কছাৰীসকলে সুৰক্ষা দিবলৈ সচেষ্ট হৈ আহিছে। ■

# বিহু সংস্কৃতি বনাম বৈষ্ণৱ সংস্কৃতি

নন্দ চুতীয়া

'বিহু আমাৰ কৃষ্টি, শংকৰদেৱৰ সৃষ্টি, ঢোল-পেঁপা-গগনাৰ মাত ঐ গোবিন্দই ৰাম'। পদফাঁকি আজিৰ পৰা তিনিবছৰ মানৰ আগতে বৃহত্তৰ বালিগাঁও ব'হাগী মেলাত শুনি মনতে ভাবিলো গুণিলো বিহুটো জানো শংকৰদেৱে সৃষ্টি কৰিছিল। ঢোল-পেঁপা-গগনা বিহুত ব্যৱহৃত বাদ্যবোৰ জানো শংকৰদেৱৰ হাত লাগি সৃষ্টি হৈছিল। বিহুৰ অমিয়া নামবোৰ জানো শংকৰদেৱৰ কাপৰ পৰা ওলোৱা নাম। শ্ৰীমন্ত শংকৰদেৱে বৈষ্ণৱ ধৰ্মহে প্ৰচাৰ কৰিছিল। বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ লগে লগে শংকৰদেৱে সৃষ্টি কৰি গৈছিল নামঘৰ, সত্ৰ, মণিকূট, বাটচ'ৰা। সৃষ্টি কৰিছিল খোল-তাল, ডবা-কাঁহ। নিদিষ্ট ৰাগ বান্ধি ৰামকৃষ্ণৰ মহিমা প্ৰকাশি ভক্তিমূলক গীত-মাত বৰগীত ৰচনা কৰি ভাওনা সৃষ্টি কৰিছিল, নিৰ্দিষ্ট ভংগী আৰু লয় বান্ধি দশাৱতাৰ নৃত্য, কৃষ্ণ নৃত্য, মুখা শিল্প কৰিছিল। ব্ৰজাৱলী ভাষাত পদ্যাকাৰে উচ্চখাপৰ সাহিত্য ৰসেৰে সমৃদ্ধ কৰি অনেকবোৰ ধৰ্মপুথি ৰচনা কৰিছিল। শংকৰদেৱৰ

হাতে সৃষ্ট এইখিনি আপুৰুগীয়া সম্পদ লৈয়েই আজিও অসমীয়া জাতিয়ে বিশ্বৰ জাতিগণৰ মাজত স্ব-মহিমাৰে উন্নত সংস্কৃতিবান জাতি বুলি পৰিচয় দিব পাৰিছে। কিন্তু শংকৰদেৱৰ ওপজা বহু আগৰ পৰাই বিহুটো আছিল। কোন দূৰ অতীজতে সম্প্ৰতি অসম বুলি পৰিচিত এই ভূমিভাগত গাঁও আৰু সমাজ পাতি বসবাস কৰা অনাক্ষৰী কৃষিজীৱী মানুহে কৃষিৰ লগত সম্পৰ্ক ৰাখি বছৰটোৰ নিৰ্দিষ্ট ঋতুৰ নিৰ্দিষ্ট মাহৰ নিৰ্দিষ্ট দিনত তিনিটা বিশেষ অৰ্থত তিনিটা বিহু উদ্‌যাপন কৰিছিল। তিনিওটা বিহুৰ ভিতৰত স্ফূৰ্তিৰ বিহুটো হ'ল ব'হাগ বিহু। এইটো বিহুত নাচ-গানৰ পয়োভৰ হয়। সেইবাবেই ব'হাগ বিহুক ৰঙালী বিহু বোলে। নাচিবলৈ আৰু গাবলৈ বাদ্যৰ প্ৰয়োজন হয়। সেই তাহানিতেই অনাক্ষৰী কৃষিজীৱী মানুখিনিয়ে নিৰ্দিষ্ট খণ্ডৰ কাঠ খুলি, মৰা গৰুৰ ছালেৰে চাই ডিঙিত ওলোমাই লৈ ফুৰিব পৰাকৈ সাজি ল'লে ঢোল, আগলি বাঁহেৰে টকা, লাহৰী গগনা, চৰাইৰ দৰে মাত উলিয়াবলৈ মাটিৰ সুতুলি, অমাতৰ মাত দিবলৈ ম'হৰ শিঙৰ পেঁপা, বীণ আদি। চকুৰ আগত দৈনন্দিন দেখা পথাৰ শইচ, গছ-বিৰিখ, ফল-ফুল, মাছ-কাছ, চৰাই জন্তু, নৈ-বিল, ঘৰুৱা আচবাব, আ-অলংকাৰ, বস্ত্ৰ, দূৰৈৰ পৰ্বত-পাহাৰ এইবোৰকে উপমা দি কোনোৱা অখ্যাতলোক গীতি-কবিয়ে সৃষ্টি কৰিছিল হিয়ামন শাঁত লগা জাত জাত বিহুনাম। আকৌ ডেউকা দাঙি চৰাইবোৰে যেনেকৈ উৰে শগুন চিলনীয়ে পাখিমেলি আকাশত যেনেকৈ বনাই, বতাহ লাগি গছ বনবোৰ যেনেকৈ হালে-জালে, উঘা, চেৰেকী, টাকুৰী যেনেকৈ ঘূৰে তাৰে ভংগীলৈ সৃষ্টি কৰিলে অপূৰ্ব বিহুনাচ।

১২২৮ খৃঃত আহোম স্বৰ্গদেউ চাও ল্যুং ছ্যুকাফাই যেতিয়া আজিৰ অসম নামৰ এই ভূখণ্ডলৈ ৰাজ্য স্থাপনৰ সন্ধানত আহিছিল

তেতিয়াও এই ঠাইত আগৰে পৰাই বসবাস কৰি থকা লোকসকলে বিহুমৰা দেখিছিল। এই বিহু কৰিছিল দেউৰী-চুতীয়াসকলে। "দেউৰী, চুতীয়াসকল চীন দেশৰ য়ানুন প্ৰদেশৰ পৰা খ্ৰীষ্টিয় পঞ্চম শতিকাত প্ৰব্ৰজন হৈ সম্প্ৰতি অসম নামৰ উজনিৰ ছি-ছু-ৱান বা বিদৰ্ভত কিছুমানে থাকিবলৈ লয় আৰু কিছু সংখ্যকে উজনিৰ বুঢ়ীদিহিং নদীৰ অৱবাহিকাত থাকিবলৈ লয়। অসমৰ জাতীয় উৎসৱ বিহুতো পঞ্চম শতিকাতে ম্যুং কং বা ঢোলৰ দেশ চীনৰ য়ানুন প্ৰদেশৰ পৰা প্ৰবজন হোৱা দেউৰী চুতীয়া সকলেই লগত লৈ আহিছিল। চীন দেশত এপ্ৰিল, মে' মাহত আজিও ডেকা-গাভৰুৱে যৌন-গন্ধী গীত গাই নাচ-বাগ কৰিলে পৃথিৱী গৰ্ভৱতী হয় বুলি চীনাসকলে বিশ্বাস কৰে। দেউৰী, চুতীয়াসকলে আহি আৰম্ভ কৰিলে দ'-পানীত বাওধানৰ খেতি। খ্ৰীষ্টিয় অষ্টম-নৱম শতিকাত সেই চীন দেশৰ পৰাই এই মুলুকলৈ প্ৰব্ৰজন কৰিলে মৰাণসকলে। তেওঁলোকে লগত লৈ আহিল ৰাতি বিহু মৰাৰ প্ৰথা। ত্ৰয়োদশ শতিকাত এই মুলুকলৈ অহা চাও ল্যুং ছ্যুকাফাৰ লগত অহা তাইসকলে লগত লৈ আহিল ৰুছেংৰি বা হুঁচৰি। চ'তৰ সংক্ৰান্তিৰ দিনা তেওঁলোকৰ ইষ্ট দেৱতা চোমদেউক স্নান কৰাই ঢোল, পেঁপা, গগনা, টকা আদি বজাই দলে-বলে ৰাস্তাই ৰাস্তাই যায় আৰু গৃহস্থই পদূলিলৈ ওলাই আহি ধান বা চাউল, কণী, তামোল পাণ আৰু সাধ্যানুসৰি অৰ্থৰে ৰুছেংৰিক মান ধৰে। এটা সময়ত এই ৰুছেংৰিৰ লগ লাগিল চুতীয়াসকলৰ বন বিহু ছ্যুকাফাৰ লগত অহা তাইসকলে চুতীয়াক কৈছিল তিউৰা বা তিহোৰা বুলি। অৰ্থ আগতে অহা তাই বা বুঢ়া তাই। ৰুছেংৰিৰ লগত বন বিহুৰ গীত গাই যোৱা বাবেই হয়তো আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজ কবি ৰাম নাৰায়ণ চক্ৰৱৰ্তীয়ে লিখি উলিওৱা অসমৰ প্ৰথমখন বিহু নামৰ কিতাপৰ নাম

দিছিল 'আলিগান'। অর্থাৎ আলিয়ে আলিয়ে গোৱা গান।

আলি দি ডৰা ডৰা কৰি ধানৰ গুৰিত পানী ধৰি ৰাখি শালী ধানৰ খেতি কৰা কৌশলটো আহোম সকলৰ।

শংকৰদেৱৰ জনম হৈছিল ১৪৪৯ চনত। শংকৰদেৱৰ দ্বাৰা প্ৰচাৰিত এক শৰণ নামধৰ্ম বা বৈষ্ণৱ ধৰ্মৰ নৱ জাগৰণে অসমখন চৌৱাই পেলাই অসমবাসীক জগত আৰু জীৱন সম্পৰ্কে নকৈ ভাবিবলৈ শিকালে। মানুহৰ মনবোৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি ক্ৰমে ক্ৰমে ঢাল খালে। মানুহৰ মুখত ৰাম কৃষ্ণহৰি গোবিন্দ শব্দবোৰ ভক্তিভাৱে সঘনে উচ্চাৰণ হ'বলৈ ধৰিলে। তেতিয়াৰ পৰাই হুঁচৰিৰ ঘোষা পদবোৰো ভক্তিভাৱৰ হে 'গোবিন্দই ৰাম' শব্দবোৰ যোৰা লাগি গ'ল। বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ নপৰা সময়ত হুঁচৰিৰ ঘোষা পদবোৰত 'গোবিন্দই ৰাম' এইবোৰ শব্দ সংযোজন হোৱা নাছিল। নাছিল হুঁচৰিৰ দলটোৱে গৃহস্থৰ চোতালত উপস্থিত হৈয়েই 'গৃহস্থৰ কুশল অৰ্থে হৰি' বোলা এই হৰি ধ্বনি। বৈষ্ণৱ ধৰ্মই নগৰকা সময়ত হুঁচৰিৰ ঘোষা পদবোৰ আছিল এনেধৰণৰ—

হাঁচতি এ তইহে মাত
আয়ে নপঠিয়াই

------

হুঁচৰি ঐ চ'ত আমি যে ওমলো য'ত
দেহি ঐ দুবৰি নগজে ত'ত।

------

এনে ধৰণৰ হুঁচৰিৰ ঘোষা পদ। কিন্তু যেতিয়াই বৈষ্ণৱ সংস্কৃতিয়ে অসমৰ সমাজ জীৱন গৰকি পেলালে তেতিয়াই হুঁচৰিৰ ঘোষা পদত গোবিন্দই ৰাম-কৃষ্ণ শব্দবোৰ সোমাই পৰিল আৰু হুঁচৰিৰ

যোৰা পদবোৰ ভক্তিমূলক হৈ পৰিল।

যেনে —

ৰাধাই বোলে কৃষ্ণ আমাক পাৰে কৰা
ভৰা যমুনাৰে জল ঐ গোবিন্দই ৰাম।

—

কৃষ্ণৰ বোলে কৃষ্ণ আমাক পাৰে কৰা
ভৰা যমুনাৰে জল ঐ গোবিন্দই ৰাম।

—

কৃষ্ণৰ মূৰতে বকুল ফুল এপাহি
নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দই ৰাম

—

ইত্যাদি অনেক ভক্তি ৰসেৰে জীপাল কৰি হুঁচৰিৰ যোৰা পদ সৃষ্টি হ'ল। পদো সামৰে অ'ৰাম জয় হৰি শব্দ কৰি। আকৌ সিমানেই নহয়, ৰামায়ণ-মহাভাৰতৰ কাহিনীৰ কথাকে বিহু নামো সৃষ্টি হ'ল—

গৈনো গৈ থাকিলে এ ৰাজা দুৰ্যোধন
ওৰকে নপৰে এ ৰাজা দুৰ্যোধন
কিনো দীঘলীয়া বাটে হেই এ ৰাজা দুৰ্যোধন
শকুনি ঐ দুঃশাসন
এ ৰাজা যুধিষ্ঠিৰ
পাশা হাৰি বনলৈ যায়।

আকৌ -

হাৰিলো গৈছিলো অ' শকুন্তলা
মতা মহ বিচাৰি অ' শকুন্তলা
ভালুকে ভাঙিলে ভাল এ অ' শকুন্তলা

দুষ্মন্তৰ পুতলা

হাতৰে আঙুঠি ক'তে হেৰুৱালা

আধুনিক কালতো বিহুসুৰীয়া শ্ৰব্য-কেছেটবোৰতো

ৰামায়ণ-মহাভাৰতৰ কাহিনীয়ে বিহুগীত পৰিৱেশন কৰিছে।

পৰ্বতৰ ঢেক-ঢেকীয়া লিহিৰিপতীয়া

বতাহত যেনেকৈ হালে

ঢোলৰে চাপৰত তোৰে লাহি কঁকাল

দুচাপ তিনিচাপকৈ ভাগে

তোৰ নাচনী দেখি শ্ৰীকৃষ্ণই

বাঁহী বজাইছিলে চাগে মোৰ মইনা অই।

আকৌ—

অৰ্জুনো নহওঁ মই দ্ৰোপদী ভগাই ল'বলে

ৰামচন্দ্ৰ নহওঁ মই সীতাক বনত দিবলে

দুষ্মন্ত নহওঁ মই আঙুঠি পিন্ধাই

আঙুঠি পিন্ধাই তোমাক পাহৰিবলে।

সময়ৰ সোঁতত বিহু সংস্কৃতি আৰু বৈষ্ণৱ সংস্কৃতি কেতিয়াবাই একাকাৰ হৈ গ'ল। মানুহ কিন্তু একেখিনিয়েই। সেইখিনি মানুহেই তিথি-পাৰ্বনত ভক্তিভাৱে শাস্ত্ৰ পাঠ কৰিব, শ্ৰৱণ কৰিব, শাস্ত্ৰ তত্ত্বৰ ব্যাখ্যা কৰিব, বিহু আহিলে মূৰত গামোচাৰে পাগ মাৰি হুঁচৰি গাব, ঘোষা পদ সামৰি দুই কাণত আঙুলিয়ে ঠিলা দি দীঘলকৈ উকি মাৰি যোজনা দিব—

দেউতাৰে বৰে ঘৰ দেখোতেই ভয়ঙ্কৰ

শৰণখেৰ মেলি ঐ চোৱা

ছশ ৰোৱাৰে নশ গাঁঠনি

সৰিয়হ পিচলি যোৱা।

ঢুলীয়াই ঢোলত ৰগৰ দিয়ে, বাকীসকলে কিৰিলি পাৰি উজান দিয়ে। চোতাল ফালি দিওঁযেন কৰি মনৰ হেঁপাহেৰে নাচ-বাগ কৰে। আকৌ বছেৰেকৰ মূৰত গঞাই গাঁৱৰ নামঘৰত শংকৰ গুৰুজনাৰ অৱদান ভাওনা পাতে। কোনোবা ভাৱৰীয়াই ৰণস্থলীত প্ৰিয়জনক হেৰুৱাই কৰুণ সুৰে ইনাই বিনাই বিলাপ কৰে—

হা হা ভ্ৰাতৃ কৈত গ'লা ৰণস্থল এৰি
তোমাৰ বিহনে মঞিও থাকো কেনেকৰি

সেইজন লোকেই আকৌ নিজান পথাৰত গৰু বা ম'হ চৰাই থাকোতে অথবা হাবিত সোমাই খৰি লুৰি থাকোতে স্বভাৱজাত ভাৱে দীঘলীয়াকৈ উকি মাৰি মুখেৰে ওলাই আহে এনেধৰণৰ বিহুনাম এযাৰ—

হাই ঐ কিনো দুপৰীয়া ভোক ঐ মাজনী
কিনো দুপৰীয়া ভোক
তিয়ঁহো ন'হলি চিৰালো ন'হলি
চোবাই খালোহেঁতেন তোক

একেখিনি মানুহেই জড়িত হৈ থকা বিহু আৰু বৈষ্ণৱ সংস্কৃতি আজি আৰু পৃথককৈ চাব নোৱাৰি। মুঠৰ ওপৰত বিহু আৰু বৈষ্ণৱ সংস্কৃতি দুয়োটা সংস্কৃতি লগ হৈয়েই আজি অসমৰ বিশাল সংস্কৃতি। ■

*বালিগাঁও, ঢকুৱাখনা*

# ব'হাগৰ বতৰত চিনাকী চৰাইৰ গান

ড° প্ৰবাল শইকীয়া




বসন্ত মানেই সেউজ-সুন্দৰ, নতুনৰ আগমন। ঋতুৰাজ বসন্তৰ আগমনত প্ৰকৃতিয়ে নতুন সাজ পিন্ধে। কুলি-কেতেকীৰ সুললিত মাতে বিহুৰ দৰে বসন্ত উৎসৱৰ বতৰা আনে। অসমৰ প্ৰায়বোৰ স্থানীয় চৰায়ে হেপাহ পলুৱাই গান গাবলৈ যেন বসন্ত অহালৈকে বাটচাই থাকে। ফুল-ফল আৰু কীট-পতংগ উভৈনদি হৈ পৰে এই সময়ছোৱাত। চৰাই-চিৰিকতিৰ প্ৰিয় এনোবোৰ খাদ্য সম্ভাৰৰ প্ৰাচুৰ্যৰ এনেহেন বতৰতে প্ৰণয় নিবেদন, বাহ সাজি পোৱালি জগোৱা আৰু প্ৰতিপালনৰ কামত ব্যস্ত হৈ পৰে চৰাইবোৰ। চৰাইৰ সুমধুৰ গীত-মাতে বসন্তৰ প্ৰতিটো দিনৰ প্ৰতিটো ক্ষণ মনোমোহা কৰি ৰাখে। প্ৰধানকৈ মতা চৰাইবোৰে প্ৰজনন ঋতুৰ সময়ত গীত গায়। আনহাতে চৰাইৰ মতা-মাইকী উভয়ে গোটেই বছৰ ধৰি সৰল আৰু ক্ষণস্থায়ী

শব্দ কৰে যাক আমি চৰাইৰ মাত বুলি কওঁ। গীতবোৰ জটিল আৰু দীৰ্ঘস্থায়ী। সকলো চৰায়ে কিন্তু গীত গাব নোৱাৰে যেনেদৰে সকলো মানুহ গায়ক হ'ব নোৱাৰে।

ব'হাগ আহে কুলিৰ মাতত...

অসমত ব'হাগ মানেই ঢোল-পেঁপাৰ মাত, কপৌফুল আৰু কুলি-কেতেকীৰ মাত। বসন্তকালত যেন কুলিৰ মাততহে ৰাতি পুৱায়। ফাগুন মাহৰ মাজভাগৰ পৰাই মতা কুলি চৰায়ে কু-উ-উ-কুউ কৈ মাটি বসন্তৰ আগলি বতৰা দিয়ে। কিচকিচিয়া ক'লা ৰঙৰ পাখি, টিকটিকীয়া ৰঙা চকু আৰু সেউজ হালধীয়া ঠোঁটৰ মতাটোৱে গাৰ পাখিত ফুট ফুট থকা মুগা বৰণীয়া মাইকীজনীক আকৰ্ষণ কৰিবলৈ সুললিত কণ্ঠৰে গীত গায়।কুলি চৰাই আমাৰ স্থানীয় চৰাই যদিও আন সময়ত মাত নামাতে বাবে আমাৰ চকুত নপৰে। বসন্ত কালত কাউৰীৰ বাহত কণী পাৰিবলৈ অহা মাইকীজনীৰ সৈতে যোৰ পাতিবলৈ কু-উ-উ-কুউ কৈ মতা কুলি চৰাইয়ে আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। বসন্ত কালৰআৰম্ভণি (মাৰ্চ-এপ্ৰিল)পৰা যোৰ পাতি মে'জুন মাহত আন চৰাইৰ বাহত কণী পাৰিবলৈ আৰম্ভ কৰে। কুলি চৰায়ে বাহ সাজিব নাজানে বাবে সাধাৰণতে কাউৰীৰ বাঁহত ইহঁতে কণী পাৰে। কুলি চৰাইৰ মতা-মাইকী হালে কাউৰী বাহৰ ওচৰত খাপ পিটি বৈ থাকে। যেতিয়াই মাইকী কাউৰীজনীয়ে কণী পৰি বাঁহৰ পৰা কিছু সময়ৰ বাবে আঁতৰি যায় সেই মুহূৰ্ততে কুলি চৰাই হালে কাউৰী কণীবোৰ তললৈ পেলাই দি নিজে কণী পাৰি পলাই যায়। কিন্তু অকল কাউৰী বাহতেই নহয়। পৰিস্থিতি সাপেক্ষে আৰু সুযোগ পালে কুলিয়ে যিকোনো চৰাইৰ বাহে কণী পাৰে। অসমৰ বহু অঞ্চলত শালিকাৰ বাহত কুলিয়ে কণী পৰা আৰু শালিকাই পোৱালী ডাঙৰ-দীঘল কৰা কথা পক্ষী নিৰীক্ষকসকলে নথিভূক্ত কৰিছে ('প্ৰান্তিক', ১নবেম্বৰ, ২০০৯, পৃঃ ৩৩)

ভদৰক'লী নামৰ ঘনচিৰিকাতকৈও সৰু ধোঁৱা বৰণীয়া অকণমানি চৰাইটোৰ মূৰৰ পৰা বুকুৰ মাজেৰে পেটলৈকে ডাঠ ক'লা ৰঙৰ পটি এটা বৈ পৰিছে। চ'ত-ব'হাগ মাহত যোৰ পাতি বাঁহৰ কান কটা খুটাত বাঁহ সাজি পোৱালী জগোৱা চৰাইবিধ আমাৰ সকলোৰে চিনাকী। বসন্ত কালত মতা ভদৰক'লীবোৰে বৰ সুন্দৰকৈ গীত গায়। বিহু গীতত ভদৰক'লী চৰাই কথা

সুন্দৰকৈ উল্লেখ আছে।

হাবিত জুই লাগিলে ঐ
কুকুৰা ঔ পুৰিলে ঐ
উঁৰিকে ঔ আছিলে চাই ঐ
ভদৰক'লী চৰায়ে ঐ ভনী
পৰাচিত কৰিলে
চেনাই তোক অকলে পাই।

বিহু গীতত থকা চৰাইৰ বৰ্ণনাসমূহৰ পৰা তাহানি কালৰে পৰাই যে অসমীয়া গঞাই পক্ষীৰ গীত-মাত, বাহ সজা, পোৱালি জগোৱা কামবোৰ সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছিল তাৰেই উমান পোৱা যায়।

'মই কেতেকী' বা 'বৌ ককা ক'ত বুলি মাত মতা কেতেকী (Indian Cuckoo) বসন্ত কালৰ অসমৰ চিনাকী চৰাই। চ'তৰ শেষ ভাগৰ পৰাই দিনে-ৰাতিয়ে কেতেকীৰ মাত শুনা যায়। মাজ নিশা কেতিয়াবা সাৰ পাই সেইবাবে আমিও শুনো 'কেতেকীৰ হিয়া ভগা মাত...।'ধোঁৱা বৰণৰ মূৰ, বুকু আৰু মটীয়া পিঠিৰ কেতেকীৰ ঠেঙৰ পতা পৰ্যন্ত পাখিৰে আবৰি থাকে। গীত-মাতেৰে বসন্তক অধিক ভাল লগা কৰা আন এবিধ চৰাই হৈছে বিহু চৰাই বা বিহুৱতী চৰাই (Common Iora)।

'বিহুৱা চৰায়ে কৰে বিহু বিহু
বীণাৰে গলা যেন মাত...' বুলি বিহুনামত উল্লেখ থকা বিহুৱতী চৰায়ে সুন্দৰকৈ সুহুৰিয়াব পাৰে। এটা সুহুৰিত কেইবা প্ৰকাৰৰ সুৰ সোমাই থাকে। ধ্ৰেৰেৰে ট্ৰিত ট্ৰিত, টি সি-সি-সি-সি..., নিতৌ... নিতৌ... আদি। বহুতে ইয়াৰ মাতত 'বিহু বিহু...' উচ্চাৰণ শুনা পায়। চৰাইটোৰ পিঠি জলফাই ৰঙৰ, থুঁতৰিৰ পৰা পেটলৈকে হালধীয়া ৰং, ডেউকাত ক'লা, বগা আৰু হালধীয়া ৰঙৰ সমাহাৰ দেখা যায়।

অসমৰ গাঁৱে-ভূঞে, চহৰে-নগৰে সততে দেখা পোৱা চিনাকী চৰাই বিধ হ'ল দাইকতৰা (Oriental Magpie Rolein)। বছৰৰ আন ঋতুবোৰত নিমাতে থকা দহিকতৰাৰ মতা চৰাইটোৱে বসন্ত ঋতুৰ আৰম্ভণিতে সুললিত কণ্ঠৰে গীত গাবলৈ আৰম্ভ কৰে। সেইবাবেই হয়তো বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে তেখেতৰ বিখ্যাত 'দহিকতৰা' নামৰ

কবিতাটোত লিখিছে—

"... আছিলি নিমাতী হই কত দিন ধৰি
বলিন শীতল বাৰ
কুৰুৱাই দিলে ৰাৱ
আহিল বসন্ত দৰা লাহবাহ কৰি,
আদৰি আনিলি তয়ে তুলি সুৱাগুৰি।..."

দিনটোৰ বেলেগ বেলেগ সময়ত নিজ ইচ্ছা অনুসৰি বিভিন্ন সুৰদি মাতেৰে বসন্ত আৰু বৰ্ষা দুয়োটা ঋতুতে সুমধুৰ মাতেৰে গীত গোৱা দহিকতৰাৰ প্ৰেমত পৰি বিহগী কবিয়ে লিখিছে—

"অ' মৰমী বন্ধু মোৰ অ' দহিকতৰা
কোন মূৰ্চ্ছনাত তোৰ বাজে দোতাৰা,
.........................................................
কোনেনো পঠালে তোক কলকণ্ঠী কৰি
পূৰে দিলে ধলফাট
মাতিলি সুৰদি মাত..."।

বসন্তৰ আগমনৰ লগে লগে দিনে-নিশাই 'কোৱাক কোৱাক, ধুতুতুতু কোৱাক কোৱাক' কৈ মাতি থকা দাউকৰ মাত অসমৰ গাঁৱৰ অতি চিনাকি শব্দ। ঢোল, পেঁপা, গগনাৰ লগতে ডাউকৰ মাতে বিহুৰ আনন্দত যেন সোণত সুৰগা চৰায়।

'... পিপিহা, পিপিহা' কৈ মাত মতা সাধাৰণ শেন কেতেকী (Common Hawk Cockoo)। বা 'ব্ৰেইন ফিভাৰ' পক্ষীৰ মাতো আমি শুনিবলৈ পাওঁ বসন্ত কালতে। শেনকেতেকীৰ পিঠি ধোঁৱা বৰণীয়া, বুকু ৰঙচুৱা আৰু নেজত পথালি আঁচ থাকে। ই এবিধ পতংগভোজী চৰাই। বাঁহনিৰ মাজত গছৰ আঁৰত, শিমলু জাতীয় ওখ গছৰ আগত অথবা ম'বাইল ফোনৰ টাৱাৰৰ ওপৰত বহি 'পিউ, পি-উ-পি-উ' কৈ মাতি থকা মাছৰোকাৰ মাত বসন্ত কালত অসমৰ অচিনাকি চৰাইৰ চিনাকি মাত যেন লাগে। ইহঁতৰ মাত পানীপিয়া বা চাতক (Pied Crested Cuckoo) চৰাইৰ মাতৰ দৰে একে যেন লাগে। কিন্তু অসমত এইবিধ চৰাই কাৎসিৎ কেতিয়াবাহে দেখা যায়। গতিকে আমি শুনা 'পি-উ-পি-উ' মাত বৰঠুঁটীয়া মাছৰোকা চৰাইৰ মাত।

চ'তৰ শেষত জোপোহা হাবি আৰু খেৰণিৰ মাজৰ পৰা 'কুউপ-

কুউপ-কুউপ কৈ গীত গোৱা কাউৰীতকৈ আকাৰত সৰু চৰাইবিধ হৈছে কুকুহা (Crow pheasant)। ইয়াৰোপৰি সখিৰতী বা পাটমাদৈ, ফেঁচু, বতা চৰাই আদিয়েও সুৰীয়া মাতেৰে নিজৰ প্ৰেয়সীৰ লগতে মানুহৰো মন-প্ৰাণ আনন্দৰে ভৰাই তোলে। কিছুমান চৰায়ে গীত গাই নিজৰ জীৱন সংগীক আকৰ্ষণ কৰিবলৈ অপৰাগ হ'লেও কিন্তু সাজোন-কাচোনত পিচ পৰি নাথাকে। বগা গো-বগলীৰ মতাবোৰৰ ডিঙি আৰু পিঠি বসন্ত কালত সুমথিৰা হালধীয়া হৈ পৰে। একেদৰে বৰবক আৰু মাজুবকৰ পৈণত মতাবোৰৰ ফিছা অংশত শুকুলা একোছা চুলিৰ দৰে ছিৰিলি ছিৰিলি পাখি গজে। আনহাতে সৰু বগলীৰ মতাবোৰৰ ফিছাৰ পাখি কোছাৰ বাহিৰেও মূৰতো বগা নিমজ টিকনি গজে। কণামুচৰিৰ যোৰ পাতিব খোজা মতাবোৰৰ পাখিৰ ৰং এই সময়ত সলনি হৈ পিঠি বেঙুনীয়া ৰঙৰ হৈ পৰে। বসন্ত ঋতুৱে যে কেৱল বিহুবলীয়া অসমীয়া ডেকা ল'ৰাবোৰকহে চঞ্চল কৰি তুলে এনে নহয়। পৈণত মতা চৰাইবোৰকো চঞ্চল কৰি তোলে। সেইবাবে নিজৰ মনে বিচৰা জীৱন লগৰীক আকৰ্ষণ কৰিবলৈ মতা চৰাইবোৰেও সুমধুৰ গীত গায়, ৰঙীন পাখিৰে ন-সাজেৰে সাজু হয় নতুন সংসাৰ পাতিবলৈ, যেনেকৈ অসমৰ বাপতি সাহোন বিহুৰ বতৰতে কোনোবা চেনাইয়ে কোনোবা চেনেহীক মন ভুলাই নতুন সংসাৰ আৰম্ভ কৰে। প্ৰকৃততে, প্ৰকৃতিয়েই আনে প্ৰেমৰ বতৰা আৰু নতুনত্বৰ ধাৰণা।

চৰাইৰ গান আৰু বিজ্ঞান

বসন্ত কালত চৰায়ে গীত গায় কিয়? আচলতে বসন্ত কালত চৰাইৰ শৰীৰত হৰমনৰ পৰিবৰ্তন ঘটে। বতৰৰ পৰিৱৰ্তনে চৰাইৰ মগজুত ক্ৰিয়া কৰে চৰাইৰ মগজুৰ পিটুইটেৰী গ্ৰন্থিৰ ওচৰৰ কোষসমূহে বসন্ত কালত এক হৰমন নিঃসৰিত কৰে। এডিনবাৰ্গৰ ওচৰৰ নচলিন প্ৰতিষ্ঠানৰ অধ্যাপক পীটাৰ ছাৰ্পৰ মতে চৰাইৰ মগজুৰ আৱৰণত থকা কোষৰ 'জিন' সমূহে অত্যাধিক পোহৰৰ ফলত থাইৰয়ডযুক্ত হৰমন নিঃসৰিত কৰে। ইয়েই প্ৰত্যক্ষভাৱে পিটুইটেৰী গ্ৰন্থিক গণাডট্ৰফিন্‌ছ নামৰ হৰমন নিঃসৰণ কৰাত সহায় কৰে। এই হৰমনে চৰাইক সংগীতৰ সন্ধান কৰাৰ বাবে উত্তেজিত কৰি তোলে। সেই বাবেই চৰায়ে সংগীক আকৰ্ষণ কৰাৰ বাবে সুমধুৰ গীত গাবলৈ আৰম্ভ কৰে। ■

# ৰঙালী বিহুৰ নতুন ৰূপ ঃ গ্ৰহণীয় আৰু বৰ্জনীয়

অৰবিন্দ ৰাজখোৱা

সমাজ আৰু সংস্কৃতি সদায় পৰিৱৰ্তনশীল। সমাজে অকণমান স্থিতিস্থাপকতা দাবী কৰিব পাৰিলেও সংস্কৃতিয়ে নোৱাৰে। বিজ্ঞান অবিকশিত অৱস্থাত থাকোতে সংস্কৃতিয়ে সমাজৰ যথেষ্ট পিছে পিছে বাট লৈছিল; কিন্তু বিজ্ঞানৰ দ্ৰুত প্ৰগতিয়ে সমাজ আৰু সংস্কৃতিৰ পৰিৱৰ্তন প্ৰায় সমান্তৰাল কৰি পেলালে। প্ৰাচীন আৰু ঐতিহ্যময় সাংস্কৃতিক জীৱনৰ অধিকাৰী ভাৰতীয়সকলেও সম্প্ৰতি অতি নব্য সংস্কৃতিৰ লগত আপোচ কৰা দেখা গৈছে। ভাৰতবৰ্ষৰ ভিতৰতে পিছপৰা বুলি জনাজাত আমাৰ সাংস্কৃতিক পৰম্পৰা অনুন্নত যাতায়াত-যোগাযোগ আদিৰ বাবে লেহেম গতিত সলনি হ'ব বুলি আশা কৰা গৈছে। কিন্তু বাস্তৱ ক্ষেত্ৰত সেয়া হোৱা নাই। বিগত কেইটামান বছৰৰ ভিতৰতে অসমীয়া সংস্কৃতিয়ে প্ৰায় আটাইবোৰ দিশতে চকুত লগা পৰিৱৰ্তন বৰণ কৰিছে। বিহুক অসমীয়া সংস্কৃতিৰ প্ৰতীক বুলি গণ্য কৰা হয়, অথচ এই বিহুতেই এতিয়া পৰিৱৰ্তনৰ বতাহজাক আটাইতকৈ বেছিকৈ লাগিছে। একেলেথাৰিয়ে তিনি-চাৰিটামান বছৰ চকুকাণ মুদি সোমাই থাকিলে ওলাই আহি চিনিব নোৱাৰাকৈ বিহুতো সলনি হৈছে। বিহুৰ এই পৰিৱৰ্তনৰ একেবাৰে শেহতীয়া ধাৰাটোত সবলভাৱে সংযোজিত হোৱা নতুনত্বটো হ'ল ভি.চি.ডি.। একোটা কাহিনীক সাঙুৰি বিহুগীত নৃত্যৰ

সমাহাৰেৰে মুকলি বজাৰৰ সাধাৰণ পণ্যৰ পাংক্তেয় হৈ পৰা ভি.চি.ডি. সমূহে সম্প্ৰতি অসমীয়া সংস্কৃতিৰ এই গুৰুত্বপূৰ্ণ উপাদানটোত অতি চকুত লগাকৈ বিস্তাৰ কৰিছে।

বিহু মেলাবোৰৰ মঞ্চত বিহুগীত আৰু বিহুনৃত্য দৰ্শন কৰাৰ অভিজ্ঞতা আজিৰ চাম অসমীয়া মানুহৰ সকলোৰে আছে বুলিব পাৰি। কিন্তু ৰূপালী পৰ্দাত বিহুৰ উপস্থিতি কিছু বছৰ আগলৈকে আছিল এক বিৰল সংযোজন। ৰূপালী পৰ্দাৰ বিহুৱে অসমীয়া সাধাৰণ মানুহখিনিক এক নতুন স্বাদ দিছিল; ফলত তাৰ প্ৰতি আকৰ্ষণো আছিল অধিক। বোধহয় তেনে কাৰণতে আশী-নব্বৈ দশকৰ অসমীয়া চলচ্চিত্ৰসমূহত বহু পৰিচালকে প্ৰকাৰান্তৰে বিহুনৃত্যৰ দৃশ্য সংযোগ কৰিছিল। এই প্ৰৱণতা ভি. চি. ডি. ছবিৰ উত্থানৰ আগলৈকে চলি আছিল। ইতিমধ্যে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ নৱতম ফচল চি. ডি. (Compeet Disk) আৰু তাৰ সাংগো- পাংগো, দৰকাৰী সঁজুলিসমূহ বৰ সহজলভ্য হ'ল আৰু তাৰ সহায়ত কিছুমান কাম যথেষ্ট সহজসাধ্য হ'ল। ইয়াৰ ফলত অসমীয়া সাংস্কৃতিক জগতখনলৈ বিৰাট পৰিৱৰ্তন আৰু প্ৰত্যাহ্বান একে সময়তে হুৰমুৰকৈ আহিল। ইয়ে আমাৰ ৰঙালী বিহুটোৰ পৰম্পৰাৰ কাঠামোত কঠিন আঘাত সানিলে।

সহজলভ্য চি. ডিসমূহে চলচ্চিত্ৰৰ এক চোৰাং বেপাৰৰ অবাধ বেহা মুকলি কৰিলে। ছবিগৰত যিখন চলচ্চিত্ৰ চাবলৈ এজন মানুহে যথেষ্ট সময়, শ্ৰম আৰু অৰ্থ ব্যয় কৰিব লগা হৈছিল, সেইখন চলচ্চিত্ৰ মাত্ৰ দহ বা পোন্ধৰ টকাত পৰিয়ালৰ সকলোৱে ঘৰতে উপভোগ কৰিব পৰা হ'ল। চলচ্চিত্ৰৰ এই চোৰাং কাৰবাৰে প্ৰযোজকসকলৰ আৰ্থিক দিশটোত মাধমাৰ সোধালে। ফলস্বৰূপে ছবিঘৰত প্ৰদৰ্শন কৰি ধন আৰ্জিম বুলি প্ৰয়োজকসকলে চলচ্চিত্ৰ নিৰ্মাণ কৰিবৰ বাবে আগবাঢ়ি নহা হ'ল। প্ৰায় একে সময়তে আলফাই অসমৰ ছবিঘৰত হিন্দী চবি প্ৰদৰ্শন নকৰিবলৈ নিৰ্দেশ জাৰি কৰিলে। এই নিৰ্দেশে ছবিঘৰসমূহক দেওলীয়া কৰাই নহয়, অসমৰ অনেক ছবিঘৰ বন্ধই হৈ গ'ল। এই পৰিঘটনাই পৰোক্ষভাৱে অসমত ভি. চি. ডি. ছবি নিৰ্মাণ কৰিবলৈ প্ৰযোজকসকলক উৎসাহিত কৰিলে। অনেক আগবাঢ়ি আহিল। কিন্তু সৰহভাগ প্ৰযোজকেই সুঠাম কাহিনীৰ ৰুচিসম্পন্ন চলচ্চিত্ৰ নিৰ্মাণ কৰাৰ সাহস কৰিব নোৱাৰিলে। এনে কামৰ বাবে অৱশ্যেই প্ৰতিভা, দূৰদৃষ্টি

আৰু বিস্তাৰ অধ্যয়নৰ দৰকাৰ। কলা চেতনাৰ কথাবাৰো লগত সাঙুৰি দিব পাৰি। আজিৰ ভি.চি.ডি. ছবি যিসকল ব্যক্তিৰ দ্বাৰা প্ৰযোজিত হৈছে, তেওঁলোকক সাধাৰণীকৰণ অথবা সকলোকে একাকাৰ কৰি কথাযাৰ কোৱা নাই। দুই চাৰিজন ব্যক্তি নিশ্চয় সমালোচনাৰ উৰ্ধত আছে। কিন্তু ভি.চি.ডি. ছবিৰ অনেক প্ৰযোজকৰ ৰুচিবোধৰ পুনৰীক্ষণৰ আৱশ্যক আছে।

(যোৱা দুই-তিনিটা বছৰৰ সমীক্ষাৰ পৰা গ্ৰহণ কৰিব পৰা এটা সিদ্ধান্ত হ'ল—ভালে বেয়াই বিহুৰ ভি.চি.ডি. নিৰ্মাণ কৰাৰ এক শক্তিশালী ধাৰা অসমত সৃষ্টি হৈছে। ই বিহুৰ উপকাৰ সাধিছে নে অপকাৰ সাধিছে সেয়া ডাঙৰ কথা নহয়—ডাঙৰ কথাটো হ'ল ই বিহুক যথেষ্ট গভীৰভাৱে প্ৰভাৱিত কৰিছে—বিহুৰ আসন্ন বিৰাট পৰিৱৰ্তন ঘোষণা কৰিছে।)

আধুনিক উপকৰণে মানুহৰ সাংস্কৃতিক জীৱনলৈ পৰিৱৰ্তন আনিবই। কিন্তু সেই পৰিৱৰ্তনত সংশ্লিষ্ট সমাজখনৰ কলা চেতনাও নিহিত হৈ থাকিব লাগিব। বিহুৰ 'দহ টকীয়া' ভি.চি.ডি. সমূহ অসমৰ একেবাৰে ভিতৰুৱা অঞ্চলবোৰলৈও কম আয়াসতে আমদানি হোৱাৰ ফলত এইবোৰৰ জনপ্ৰিয়তা চকু লগাকৈ বাঢ়িল। সাধাৰণ মানুহে বৰ সৰলভাৱে এইবোৰক গ্ৰহণ কৰিলে। এইবোৰৰ দ্বাৰা অনুপ্ৰাণিত নোহোৱাকৈ অথবা এইবোৰক অনুকৰণ নকৰাকৈও নাথাকিল। কিন্তু দুৰ্ভাগ্যজনকভাৱে ভি.চি.ডি.ৰ বিহুৰ অনুকৰণযোগ্যতা সম্পৰ্কে কোনো বিশেষ জ্ঞান সাধাৰণ মানুহৰ নাই।

দুখনমান সফল বিহুৰ ভি.চি.ডি.ৰ জনপ্ৰিয়তা আৰু আৰ্থিক আয় দেখি সুকুমাৰ কলাৰ বিষয়ে বিশেষ কোনো ভূ-ভটং নোপোৱা এচাম মানুহে ইখন-সিখনকৈ নিৰ্মাণ কৰা বিহুৰ ভি.চি.ডি.সমূহৰ কেইখনমান দৰ্শন কৰাৰ পাছত অলপমান জাতীয়তাবোধ থকা অসমীয়া মানুহৰ মনত কিছুমান মৌলিক প্ৰশ্ন উদয় হয়। এনে ভি.চি.ডি. নিৰ্মাণ নকৰা হ'লে বিহু সংস্কৃতিৰ কিবা অপকাৰ হ'লহেঁতেন নে কি? বিহুৰ যদি কোনো উপকাৰেই নাসাধে তেন্তে কাৰ হিতাৰ্থে এইবোৰ নিৰ্মাণ কৰি থকা হৈছে? যদি নিৰ্মাণ কৰাটো একান্তই দৰকাৰী তেন্তে অভিনয় আৰু নৃত্যৰ পৰা আৰম্ভ কৰি সম্পাদনালৈকে জড়িত থকা ব্যক্তিসকলৰ ন্যূনতম বিষয়জ্ঞান আছেনে নাই সেয়া কিয় বিচাৰ কৰা নহয়? প্ৰতিখন বিহুৰ ভি.চি.ডি.য়েই কথাছবিৰ দৰে অসমৰ সাংস্কৃতিক ঐতিহ্যক অন্তৰ্ভূক্ত কৰিব খোজে—এনে শ্লোগানধৰ্মীতাক সস্তীয়া ৰুচিবোধৰ

প্ৰতিফলন বুলি নিশ্চয় আখ্যা দিব পাৰি? ডাঙৰ প্ৰশ্নটো হ'ল—এইবোৰৰ কোনোবা এখন যদি অসমৰ বিষয়ে জানিব খোজা বিদেশীৰ হাতত পৰে তেন্তে আমি উচিত মূল্যায়ন পামনে? এনে কিবা হ'লে সাংঘাতিক ঘটনা এটা নিশ্চয় নহয়, কিন্তু গোজেই অসমত গজালি হয়গৈ—কথাবাৰ পাহৰিব নালাগে।

লক্ষ্য কৰিলে দেখা যায় যে ব্যৱসায়িক মনোবৃত্তিৰ এচাম মানুহৰ ৰুচি-অভিৰুচিৰ ওপৰতে নিৰ্ভৰ কৰি চলিবলৈ ধৰিছে বিহুৰ ভি.চি.ডি.ৰ বজাৰখন। প্ৰযোজক-পৰিচালক হ'বলৈ যোৱাসকলৰ মাজত এনে ব্যক্তিত্ব পোৱা যায় যি শিল্পীৰ পৰা চান্দা তুলি, চান্দাৰ পৰিমাণ চাই চৰিত্ৰ ভাগ কৰে। চেন্সৰ ব'ৰ্ড বোলা অস্তিত্বটোৰ কোনো হকাবাধা এনে ভি.চি.ডি.ত চলাৰ উপায় বা ব্যৱস্থা নাই। তদুপৰি চেন্সৰ ব'ৰ্ডো সাংস্কৃতিক মূল্য নিৰূপণ কৰিবলৈ দায়বদ্ধ নহয়। মুঠতে ডজনে ডজনে বিহুৰ ভি.চি.ডি. নিৰ্মাণ কৰি বিহুৰ কাঠামো পচাই পেলোৱাৰ প্ৰক্ৰিয়াটো ৰুদ্ধ কৰাৰ কোনো বিশেষ ফলপ্ৰসূ উপায় পাবলৈ নাই।

এটা কথা ঠিক যে অসমীয়া সংস্কৃতিৰ সাধক আৰু পৰ্যবেক্ষকসকলৰ সৰহভাগেই ভি.চি.ডি. বিহুৰ প্ৰশ্ৰয় দিয়া নাই। তেওঁলোকে এই বিষয়টোত মূৰ ঘমাবলৈও ইচ্ছা বৰকৈ কৰা নাই। এয়া উপেক্ষাৰে নামান্তৰ। কিন্তু চাপৰিলে মেঘ নেৰায়। সাধক আৰু পৰ্যবেক্ষকৰ অনুমতি পাবলৈ অসমীয়া মানুহ বৈ নাথাকে। ভি.চি.ডি. বিহুৰ ন-ন সংস্কৰণ মানুহৰ মাজলৈ যাবলৈ ধৰিছে। এই প্ৰবাহ বন্ধ কৰা টান। কিন্তু এই প্ৰবাহক সংস্কাৰ সাধনেৰে কিছু ৰুচিৱান কৰিব পাৰিলে বিহুৰ ঐতিহ্য যথেষ্ট সুৰক্ষিত হ'ব পাৰে। ■

# লক্ষীমপুৰৰ গ্ৰাম্য খেল-ধেমালি

আলোক গগৈ

খেল খেলেই, ধেমালি নহয়। খেল-ধেমালিক যদিওৱা আমি একেটা অৰ্থতে সাঙুৰি ৰাখিছো, দুয়োটাৰ অৰ্থ, পৰিধি আদি সম্পূৰ্ণ পৃথক। খেলাসমূহ এটা নিৰ্দিষ্ট সীমা আৰু লিখিত নিয়মৰ মাজত আৱদ্ধ হৈ থাকে। নিয়মভঙ্গকাৰী দণ্ডিত হয়, খেলে গতি লাভ কৰে। আনহাতে ধেমালিৰ কোনো পৰিধি নাই, নাই কোনো লিখিত নিয়ম-নীতি আৰু বাধ্য বাধকতা নথকাৰ বাবে নিৰ্দিষ্ট সময়ত, বিভিন্ন জনগোষ্ঠীৰ মাজত এই সমূহ উদ্ভাৱিত হৈ এটা অঞ্চলতে আৱদ্ধ থাকি সময়ত আধুনিকতাৰ পৰশত আমাৰ মাজৰ পৰা মেলানি মাগিছে।

সেয়েহে ইতিহাসৰ গৰ্ভত বিলীন হ'ব খোজা লক্ষীমপুৰৰ গাঁও অঞ্চলত প্ৰচলিত কেইটামান খেল চমুকৈ উল্লেখ কৰিব বিচৰা হৈছে। ভাৰতীয় অন্যান্য জাতিৰ দৰে অসমীয়া জাতিও আমোদ প্ৰিয়। প্ৰাচীন কালৰ পৰাই অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত নানা প্ৰকাৰৰ খেল-ধেমালি প্ৰচলিত হৈ আহিছে। ইয়াৰ ভিতৰত আহোম যুগৰ বুৰঞ্জী, লোকগীতসমূহত ভালেমান খেল-ধেমালিৰ কথা উল্লেখ কৰা আমি পাওঁ।

১। ঘিলাখেল ঃ এই ঘিলাখেল পুৰুষ আৰু তিৰোতা সকলোৱে খেলে। এডোখৰ সমান ঠাইত এটা ঘিলা পাতি ১২ আঙুলৰ আঁতৰে আঁতৰে কেইবাটাও ঘিলা পাতে আৰু তাক নিৰ্দিষ্ট দূৰত্বৰ পৰা ঘিলা এটা দলিয়াই লগাব লাগে। লগাব পাৰিলে ঘিলা পায়। আনহাতে, মাজৰ ঘিলাটোত লাগিলে ঘিলা ভৰিব লাগে। বুৰবুৰি, চেলচেলি, নৰখোৱা, চিউট আদি কৰি বিভিন্ন ধৰণৰ নিয়মেৰে ঘিলা মৰা হয়।

২। দৰা-কইনা বা পুতলা খেল ঃ ভাৰতবৰ্ষত পুতলা নৃত্যৰ প্ৰচলন অতি প্ৰাচীন। অসমৰ বিভিন্ন জনগোষ্ঠীৰ লগতে লক্ষীমপুৰৰ গাৱে-ভূঞে এতিয়াও শলাকানিৰ হাত দি দৰা কন্যা সাজি সৰু ল'ৰা-ছোৱালীবোৰে খেলা দেখা যায়।

৩। কড়ি খেল ঃআদিম সমাজত কড়িৰ ওপৰত ধৰ্মীয় গুণ আৰোপ কৰা হৈছিল। কড়ি প্ৰজনন অঙ্গৰ প্ৰতীক। টাই আহোমসকলৰ ভিতৰচৰাৰ কড়ি আছিল অন্যতম জনপ্ৰিয় খেল।

৪। ঢোপ খেল ঃ ঢোপ খেল পুৰুষ-মহিলা উভয়ে মাঘ আৰু বহাগ বিহুত খেলে। ফটাকানিৰে মেৰিয়াই টোপোলা বান্ধি এফালে নেজৰ দৰে দীঘল কৰি ঢোপ সাজে। দুটা ফৈদ হৈ দলিয়া দলি কৰি খেলে।

৫। চাংগুটি ঃ গছৰ বুঢ়াআঙুলি সমান দাল এটাৰ চাৰি আঙুলমান কাটি লৈ দুয়োটা মূৰৰ বিপৰীত দিশত চেপেটা কৰি টাংগুটি সাজি লোৱা হয়। ডেৰহাটমান দীঘল এডাল দেন্দায়মাৰি থাকে। দেন্দায় দালেৰে ওকট মাৰি দলিওৱা হয় আৰু বিপৰীত দলে হাতেৰে ধৰিব লাগে। ধৰিব পাৰিলে পাল যায়, নোৱাৰিলে সেই ঠাইৰ পৰা দেন্দাই মাৰিৰে টাংগুটিটো মাৰিব লাগে। যিমান দূৰত পৰিব জুখি হিচাপ কৰা হয়।

৬। গৰখীয়া এচাৰি খেল ঃ  বৰ গৰখীয়াই নিজৰ এচাৰিদাল নৰানি বা যি কোনো ঠাইত পেলাই যায়, বাকীবোৰ গৰখীয়াই দেই গ'লে এচাৰিদালৰ গাঁঠীৰ সমান তামোল-পাণ ভৰিব লাগে।

৭। কচুগুটি খেল ঃ দুজনৰ মাজত খেলা হয়। এজনে হাতৰ মুঠিত আগলৈ নি লুকুৱাই দুয়োখন হাত মুঠিমাৰি আগলৈ আনে আৰু আনজনে অলৌগুটি টলৌ গুটি কচুগুটি খায়, এইখন হাতৰ গুটিটো এইখন হাতে পায় বুলি দেখুৱায়।

৮। কোমোৰা খেল ঃ ল'ৰা-ছোৱালীবোৰে এটাৰ কঁকাল অন্যটোৱে ধৰি ১০/১২ টা মানে এডাল শিকলিৰ দৰে সাজে। অন্য দলটোৱে আহি ইৰিকটি মিৰিকটি বাহৰ শলা, মোমাইৰ পদুলিত বান্ধিলো ঘোঁৰা, ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহু পোৱালি এটা পালে, তাকে খাবলৈ জালি কোমোৰা এটা লাগে বুলি ইজনে-সিজনে ধৰি থকাৰ পৰা ছিঙিবলৈ যায়। এৰুৱাব পাৰিলে জিকে, নহ'লে হাৰে।

৯। লুকা লুকি ঃএই খেল কেইবাটাও ল'ৰা-ছোৱালীয়ে খেলে। এজনে চকু মুদি বাকীবোৰক লুকাবলৈ দি সোধে— হ'লনে নৌ, বাকীবোৰে কয় মাণিকী মৌ। চকু মুদাজনে বাকীবোৰক বিচাৰিব লাগে। আটাইকে বিচাৰি পালে পুনৰ খেল আৰম্ভ হয়।

১০। চাবি ঢুকীয়া খেল ঃ এডবা মাটিত চাবিচুকত থকা চাবিটো ল'বাক মাজত থকা ঘাই খুটিব পৰা চুব লাগে।

১১। মঙ্গল খেল ঃ এজনে এটাকৈ গুটি লৈ দুজনে খেলে। মাটিত তিনি তবপীয়াকৈ আঁকি লৈ গুটি তিনিটাকৈ দিব লাগে, কিন্তু বিপৰীত জনে বাধা দিয়ে বাবে যিজনে ৯ টা দিব পাৰে তেওঁ জিকে।

১২। ঘাই পকোৱা খেল ঃ এই খেল দুটা ফৈদ হৈ বহি থাকি হাত পাছফালে কৰিব লাগে। ঘাইদলে গুটি প্ৰত্যেকজনৰ হাতত দিয়াৰ নিচিনা কৰে যদিও এজনৰ হাততহে দিয়ে আৰু তাক বিপৰীত পক্ষৰ ঘাইজনে ধৰা পেলাব পাৰিলে জিকে অন্যথা গুটি হাতত থকা জন এক জাপ আগলৈ যায়।

১৩। পেং খেল ঃ দুডাল বাঁহৰ দাংলৈ তলৰপৰা মূৰৰ সমান ওপৰত বিন্ধা কৰি অন্য দুটুকুৰা বাঁহ ভৰি দিব পৰাকৈ তাত বান্ধি লয়। ঢাং বা ওখ ঠাইৰ পৰা পেঙত উঠি খাল, জান, জুৰি পাৰ হয়। পেঙত উঠি বেগাই যোৱা খেল খেলে।

১৪। টোপা খেল ঃ ধনু এখনৰ মূৰত বাঁহৰ টোপা এটা লগাই ধৰি থাকে। বাকী বিলাকে বাঁহৰ টোপা লগোৱা মেগেলা কাঁড় ২০/২১ হাত আঁতৰৰ পৰা লগাব লাগে।

১৫। আঙুলি খেল ঃ দুটা পক্ষৰ নিজৰ আঙুলি মেলি খেলিব লাগে। এজনে, উকুলি মুকুলি কুকুলি কাঁহী, আদৌ দৌ ফুলৰ দাহী, আমপাত, কঁঠালপাত, ছাটিবাতি নহৰু গুটি, এখন এৰি এখন কাট বুলি কওঁ। য'ত নামটো শেষ হ'ব সেই আঙুলিটো মুকুটাই যাব।

১৬। হৈ খেল ঃইয়াতো এডবা মাটি দুটা ফৈদ হৈ এজনে বৃত্তৰ মাজত সোমাই ওলাই যাব খোজে, বিপক্ষ দলে বাধা দি চুব লাগে।

১৭। হৈ গুডু খেল ঃ এই খেলত দুটা পক্ষ হৈ 'হৈ গুডু গুডু' কৰি বিপক্ষ দলক চুলে মৰে আৰু উশাহ ছিগিলে গুডু দিয়াজন মৰে।

১৮। কুকুৰ খেল ঃ ইয়াত দুটা ফৈদ থাকে। কলীয়া লতাৰে ঘাঁহ-বন এমুঠি বান্ধি টোপোলা কৰি ঘাইজনে পথাৰৰ এমূৰৰ পৰাদলি মাৰি পঠিয়াই আনিব যোৱাজনৰ গাত বিপক্ষ দলে কুকুৰ গুটি দলিয়াই লগাব লাগে, লাগিলে হাৰে।

১৯। কপৌ কু খেল ঃ কেইজনমান ল'বাক ঘূৰণীয়াকৈ বহুৱাই ঘাইজনে

ইজনে সিজনৰ হাতত চিকুটি ধৰি থাকে আৰু ঘাইজনে কপৌ কু, কপৌ কু যিটিলোকৰ পোটি নিজৰ চৰাইবাহলৈ পোৱালি জগাই উৰি গুচি গ'ল বুলি হাতত চিকুটি ধৰি থকাবোৰক ঠেলি বগৰাই দি খেল শেষ কৰে।

২০। **টোকৰ মৰা খেল** ঃ দুজন ঘাইৰে দুটা ফৈদ দুটা শাৰীত সন্মুখকৈ বহি থাকে আৰু এজন ঘাইয়ে নিজৰ শাৰীৰ এজনৰ চকু মুদাই ধৰি বিপক্ষ দলক টোকৰ মাৰিবলৈ দিয়ে। টোকৰ মৰা জনক ধৰা পেলাব লাগে।

২১। **আলি ছিগা খেল** ঃ এইটো খেলত দুটাদলৰ এটা দলে হেইচ কুট কুট বুলি বিপক্ষদলক চুব বিচাৰে। আন এজনে পুনৰ হৰি নিলে নিলে, বেলি দিলে ভাটি, ৰজাই গৰখীয়া বীন বায় ৰাতি, উৰি যাওঁ পুৰি যাওঁ, ডালে-পাতে লাগি যাওঁ, ডালে ধৰ-ফৰায়। এইদৰে গাই চুবলৈ খেদি যায়।

২২। **তিৰোতাৰ চৰিয়া খেল** ঃ চাৰি-পাঁচজনী ছোৱালী মুখামুখিকৈ বহি ভৰি দুটা দীঘলকৈ মেলি ইজনীয়ে সিজনীৰ ভৰিৰ তলুৱাই তলুৱাই লগাই হাতত ধৰি ঘূৰণীয়াকৈ জোৰেৰে ঘূৰে।

২৩। **আদা খেল** ঃ দুয়োখন হাতেৰে আঙুলি এটাৰ ওপৰত অন্যটো উঠাই আদা বনাই কিনিব নেকি সোধে আৰু কাঁহি বাতি খোজে। কাঁহি-বাতি নাদত পৰিল বুলি ক'লে অন্য বস্তু বিচাৰে আৰু পুনৰ নাদত পৰিল বুলি কলে আদা ভাঙি দিয়ে।

২৪। **গছ কুমতি খেল** ঃ এজোপা চাপৰ দালপাত বেছিকৈ থকা গছত লৰা বিলাক উঠে। মাটিত এটা কুমতি হৈ থাকে। সকলো ল'ৰা গছত উঠা হ'লে কুমতি গৈ প্ৰথম যিজনক চুব সি নামি আহি কুমতি হ'ব।

২৫। **মানুহৰ শক্তি পৰীক্ষা খেল** ঃ মাঘ বিহু, বহাগ বিহু আৰু বিশেষ সময়ত গাঁৱৰ ল'ৰাই কঁকালে কঁকালে, বাহুৰে, বগৰা-বগৰিকৈ যুঁজি শক্তি পৰীক্ষা কৰে।

২৬। **কুকুৰা যুঁজ খেল** ঃ ল'ৰা বিলাকে এটা ভৰি হাতেৰে পাছফালে ধৰি থাকি দেউদি ইজনে-সিজনক খুন্দিয়াই বগৰাব লাগে।

২৭। **কণী যুঁজ খেল** ঃ সমগ্ৰ উজনি অসমত বহাগ বিহুত বিশেষকৈ গৰু বিহুৰ দিনা কণী যুঁজোৱা অসমীয়াসকলৰ একপ্ৰকাৰ আনন্দোৎসৱ।

২৮। **বেতৰ ম'হ যুঁজ খেল** ঃ ল'ৰাবিলাকে জুইত সোঁত সেকি বেঁকা কৰি হাতেৰে ধৰিব পৰাকৈ ম'হৰ সিং তৈয়াৰ কৰি যুঁজোতে হাতৰ তেজ ওলাই

যায়, হৰাজনে দৌৰি পলায় আৰু জিকাজনে ম'হৰ দৰে খেদি যায়।
২৯। **তীৰ মৰা খেল ঃ** কেইজনেও ধনুকাঁড় লৈ এজনে কাঁড় দুৰলৈ মাৰে আৰু বাকীবোৰে তাত লগাব লাগে।
৩০। **প'ক বা দৰীয়া বন্ধা খেল ঃ** এইখেল পথাৰত বহু খেলুৱৈৰ মাজত হয় আৰু খেলুৱৈ অনুসৰি ঘৰ সাজি লয়। বৰ্ত্তমানৰ খো-খো-খেলৰ দৰে কৰ্টখন হয়। ইয়াক বেৰিয়া বোলে। ১০/১২ ফুটকৈ যিমান খেলুৱৈ থাকে সিমান, পৰিমাণৰ ঘৰ বনাই দুটা ভাগ কৰি মাজৰ আঁচ ডালত এজন এজনকৈ থাকি ঘৰবোৰ পাৰ হৈ যাব নোৱাৰাকৈ বাধা দিয়ে। ঘৰবোৰ চুব নোৱাৰাকৈ পাৰহৈ পুনৰ ঘুৰি যাব লাগে।

আলোচ্য খেলসমূহৰ উপৰিও পিচল বাঁহত লফিয়াই উঠা, লাতুম ঘুৰোৱা, হিলৈ ফুটুৱা, হেতালি খেল, বন্ধকি খেল, ঢিলা উৰুৱা, টেকেলি ভঙা, ৰচী টনা, দৌৰ মৰা, জাপ মৰা, যাঁঠী দলিওৱা আদি বহুতো খেল গ্ৰাম্য অঞ্চলত প্ৰচলিত আছে। ■

*বালিগাঁও, চকুৱাখনা*

# ম'হৰ শিঙৰ পেঁপা

জগত বৰা



"কিয়াই উকিয়াই—টিহিটি তিল'ল, টিহিটি তিল'ল ল' ল' ল'...
ৰেটি টি টি ৰেটিটি টি টিহিটি তিল'ল ল' ল' ল'..........."

এয়া পেঁপাৰ মাত। আমাৰ থলুৱা লোক সংস্কৃতিৰ প্ৰাণ-স্পন্দিত বিহুগীত বা বিহুনৃত্যত ব্যৱহৃত পেঁপাৰ মাত। "কলীদৈ ম'হৰ পেঁপাটো" ম'হৰ গোৱাল ডেকাৰ সাৰথি বুলি ক'লে অলপো ভুল নহয়। ঢোলৰ দীঘলীয়া ছেৱত টিহিটি তিল'ল টিহিটি তিল'ল ল' ল' ল' .....।

পেঁপুৱৈ আঙুলিৰ বুলনিত যি সুৰে উকিয়াই উকিয়াই মাতে সিয়েই শুনোতা জনৰ হিয়ামন পুলকিত কৰে। পেঁপাৰ মাতৰ যাদুকৰি শক্তি আছে।

যদিও বজাবলৈ তেনেই সহজ, কিন্তু এই বাদ্যযন্ত্র নিজে তৈয়াৰ কৰি উলিওৱাটো ইমান সহজ নহয়। পেঁপা কেনেকৈ তৈয়াৰ কৰা হয় তাৰে থুল-মূল আভাষ এটা এনে ধৰণৰ—মূলতঃ পেঁপা এটাৰ কেইবাটাও অংশ, এই অংশ সমূহ হ'ল— মুখনি, নলিচা, চুপহি আৰু থুৰি। ম'হৰ শিঙৰ অংশটোক খোলা বা থুৰি বোলে। চাৰিটা বিন্ধাৰ ফুটা লথকা বাঁহৰ নলিচা বা গবনলা।

সৰুতে গৰু চৰাইছিলো। কেতিয়াবা কেতিয়াবা দদাইৰ লগত ম'হ চৰাইছিলো অটব্য নলনি-দলনিত। দদায়ে খুউব সুন্দৰকৈ পেঁপা বজায়। সেই পেঁপাটো সাধাৰণতে মোৰ বাহিৰে আনে চুই পোৱা নাছিল। কেতিয়াবা সুবিধা বুজি পেঁপাটো লিৰিকি-বিদাৰি থাকো। ইয়াৰ মাজতো সুবিধা পালে মুখতলৈ বজাবলৈ চেষ্টা কৰো। মাজে মাজে দদায়ে চাপৰিত, নদীৰ পাৰে পাৰে অনাই-বনাই ঘুৰি ফুৰে। কিয় ঘুৰি ফুৰে বুজা নাছিলো যদিও এদিন কিন্তু সেই ৰহস্য ফাদিল হ'ল। ভ'ৰা সোৱণশিৰি নদীৰ পাৰে পাৰে ঘুৰি ফুৰোতে হঠাৎ দদায়ে এটা মৰা ম'হ উটি অহা দেখিলে। তেতিয়া মোক নদীৰ পাৰতে বহুৱাই থৈ ককালত ফাঁক থকা মিটখন বান্ধি সাঁতুৰি সাঁতুৰি সেই মৰা ম'হটোৰ ওচৰ পালে। আৰু কষ্ট কৰি ম'হৰ শিং দুটা কাটি আনিলে। এই গোটেই প্ৰক্ৰিয়াটো মই একেথিৰে নিৰীক্ষণ কৰি আছিলো। ঘৰলৈ আনি সেই শিং দুটা দদায়ে পিছফালে মাটিত পুতি থলে। তেতিয়া তেওঁ মোক ক'লে যে শিঙৰ মাজত থকা মঙহখিনি মাটিত পুতি থলে ৩/৪ মাহৰ পিছত নাইকিয়া হৈ যাব। সেই কাৰণে ম'হৰ শিং পুতি থোৱা হয়। ইয়াৰ পিছত এদিন সেই শিং দুটা গাঁতৰ পৰা উলিয়াই এটা নিৰ্দিষ্ট জোখত কাটি ৩/৪ সপ্তাহ শুকুৱাই ৰাখিছিল, ভালদৰে শিংটো চাচি-কাটি সম্পূৰ্ণ কৰা নাছিল। কাৰণ একেদিনাই সেই কামখিনি কৰিলে ম'হৰ শিংটো দীঘল চুটি হোৱাৰ সম্ভাৱনা থাকে। আকৌ দদায়ে এখন কেৰাহিত থুৰিটো সিজাইছিল। কোমল কৰিবৰ কাৰণে। ইয়াৰ পিছত শিঙৰ আকাৰত বেঁকা গোটা কাঠ এটুকুৰা ভৰাই নিৰ্দিষ্ট জোখত গোল কৰা দেখা পাইছিলো। এই শিঙৰ জোঙা অংশৰ ফালে বিন্ধা কৰি এক, ডেৰ ছেন্টিমিটাৰ ফুটুৱাই এডাল বাঁহৰ শলা ভৰাই ৰাখিছিল। কিন্তু এইখিনিতে এটা কথা উল্লেখ নকৰিলে আধৰুৱা হ'ব। পেঁপাৰ মাত ম'হটোৰ বয়সৰ ওপৰত নিৰ্ভৰ কৰে। লগতে সম্পূৰ্ণ জোখ-মাখ হিচাপত নহ'লে পেঁপাৰ মাত সুৱলা নহয়। বয়সস্থ

ম'হ আৰু এটা কম বয়সৰ ম'হৰ শিঙৰ মাজত পাৰ্থক্য থাকে। কাৰণ বয়সস্থ ম'হৰ শিঙৰ মাত আৰু গেয়া ম'হৰ শিঙৰ মাতৰ উকিয়াই উকিয়াই মতা শব্দৰ পাৰ্থক্য আছে। গতিকে কটাৰীয়ে চাচি-কাটি শিংটোৰ এটা নিৰ্দিষ্ট জোখত ৰাখিবলৈ যত্ন কৰা হয়। তেতিয়া হয়তো ভবামতে পেঁপাৰ মাত শুৱলা হ'ব পাৰে। এই শিংটোৰ প্ৰায় ২২/২৪ছেঃ মিঃ দীঘলকৈ কাটি ৰখা হয়। ইয়াকে কয় ম'হৰ শিঙৰ থুৰি। এই ম'হৰ শিঙৰ থুৰিটো বহুজনে বহু মৰমে সযতনে ৰখা দেখা যায়। কোনো কোনোৱে এই থুৰিটো মিঠাতেল সানি থয়। ইয়াৰ পিছত থুৰিত থকা এক, ডেৰ ছেঃ মিঃ ফুটাটোত নলিচাডাল সংযোগ কৰি ৰখা হয়। নলিচা ডাল দেখাত সাধাৰণ, কিন্তু এই নলিচাডাল তৈয়াৰ কৰোতে বহুসময়ৰ প্ৰয়োজন। ৰ'দঘাই জাতিবাঁহ এজুপীৰ পৰা এডাল আগলি বাঁহৰ এটা পাব ১০/১১ ছেঃ মিঃ কাটি ২/৩ সপ্তাহ ৰ'দত শুকুৱাই ৰখা হয়। যাতে কোনো কাৰণতে সেই বাঁহৰ পাব টুকুৰা সোতোৰা পৰি নাযায়। কাৰণ লেৰেলি টুটুৰা পৰিলে পেঁপাৰ মাত শুৱলা নহয়। এই নলিচাডাল সম্পূৰ্ণ কৰি তুলিবলৈ এতিয়া একুৰা জুই, লগত চাইকেল বা ছাটিৰ মিহি শলা গৰম কৰি নিৰ্দিষ্ট জোখত চাৰিটাকৈ ফুটা কৰা হয়। এই ফুটা সমূহ প্ৰায় তিনি ছেঃ মিঃ দূৰে দূৰে ৰখা হয়। য'তে আঙুলিৰ বুলনি জিলিকি উঠে। এই নলিচাৰে এটা মূৰত প্ৰায় ৩/৪ ছেঃ মিঃ নল খাগৰি চুপহি এটি সংযোগ হয়। ইটো মূৰত পেঁপাৰ থুৰি অংশ সংযোগ কৰা হয়। এই চুপহিসমূহ গাঁঠি থকা নল-খাগৰি ৩/৪ ছেঃ মিঃ দীঘলকৈ কাটি ৰখা হয়। গাঁঠিৰ পৰা নিচেই কাষতে এক ছেঃ মিঃ চোকা মিহি কটাৰীয়ে ফালি দিলে এই নল খাগৰিত প্ৰায় ০.৫০ ছেঃ মিঃ এখন সৰু জিভা ওলায়। ইয়াক মুখেৰে ফুঁ দিলে নল টুকুৰাৰ পৰা শব্দ সৃষ্টি হয়। এই চুপহিসমূহ কোনোৱে আকৌ মিঠাতেল সানি জুইত সেক দি ৰাখে। তেতিয়া তাত ঘূণে নধৰে। বহুদিনীয়া পুৰণা চুপহি হ'লে পেঁপাৰ মাত অতি শুৱলা হয়। এই নল খাগৰি নদীৰ পাৰে পাৰে বিচাৰি প্ৰতিজন পেঁপুৱৈয়ে ১০০/২০০ কাটি চুপহি সমূহ বহু সযতনে ৰাখে।

এতিয়া নলিচাত সংযোগ হৈ থকা এই অংশটিৰ নাম 'মুখনি'। পেঁপাটি হাতত লৈ প্ৰথমে মুখেৰে ফুঁ দিওতে দেখিবলৈ পোৱা যায় প্ৰায় তিনি ছেঃ মিঃ গাঁঠি থকা এটুকুৰা গোলাকাৰ বাঁহৰ মুখনি। অৱশ্যে এই

বাঁহটুকুৰা সাধাৰণতে পুৰঠ জাতি বাঁহৰ আগলি এটুকুৰা পাব। এই টুকুৰা গাঁঠি থকা জাতি বাঁহ ইয়াকো যথেষ্ট দিন ৰ'দত শুকুৱাই ৰখা হয়। এই সঁজুলিটো বৰ সাৱধানে বনোৱা হয়। কাৰণ বাঁহৰ গাঁঠিটো মাজভাগত এটা নির্দিষ্ট জোখত লোহাৰ শলাৰে প্রায় আধা ছেঃ মিঃ ভিতৰত এটা ফুটা কৰা হয়। য'ত নলখাগৰি চুপহিটো ভৰাই থোৱা হয়। যাতে কোনো কাৰণত মুখেৰে ফুঁ দিওতে বতাহ বাহিৰলৈ ওলাই নাযায়। কোনেবাকৈ কিবা কাৰণত ফুঁ বা বতাহ বাহিৰ হ'লে বজোৱা পেঁপুৱৈজনৰ বহুত কষ্ট হয়। সেয়েহে এই গোটেই প্ৰক্ৰিয়াটো সম্পূর্ণ কৰোতে জোখ-মাখ সকলোখিনি চাই-চিটি বনোৱা হয়। কাৰণ জোখ-মাখত খেলি-মেলি হ'লে ঘণ্টা ঘণ্টা ধৰি পেঁপা বজাই থাকিব নোৱাৰি।

এই পেঁপাটি সৌন্দর্য বঢ়াবৰ কাৰণে তাম বা পিতল যুক্ত ধাতুও ব্যৱহাৰ কৰা হয়। এই বাদ্যৰ গোটেই প্রক্রিয়াটো মুখনি, চুপহি, নলিচা আৰু থুৰি এই অংশসমূহ হিচাবত থাকিলে পেঁপা বজাইয়ো ভাল লাগে। পেঁপাৰ মাত শুনিবলৈ শুৱলা হয়। পেঁপাৰ মাত শুনিলে নৃত্য-শিল্পীসকলে পেঁপাৰ লহৰত মতলীয়া হৈ পৰে। এই বাদ্যই অসমীয়া সংস্কৃতিৰ পথাৰত উচ্চস্থান দখল কৰি আহিছে।

এই সুযোগতে অসমতে অসমৰ ৰাইজক জনাবলৈ পাই মই নথৈ সুখী যে ৰাইজৰ আশীর্বাদ শিৰত লৈ অসমৰ প্ৰথম বিহুৰ বাদ্য—পেঁপা, গগণা আৰু সুতুলি স্বৰলিপি কৰি "মাকো মাৰি থাকোতে..." গ্ৰন্থখনি প্ৰকাশ পালে। য'ত সন্নিবিষ্ট হৈ আছে ২০২ টা লেখকৰ নিজা স্ব-ৰচিত বিহুনাম আৰু যোৰানাম।

*লেখকৰ ঠিকনা ঃ কে. বি. ৰোড, লখিমপুৰ,*
*দুৰভাষ— ৯৪০১৩৫৯২৯৩*

# বহাগ বিহুৰ স্মৃতি বুতলি

অনু শইকীয়া



বিহু বুলি শুনিলেই গা মন সাতখন, আঠখন কৰা সেই শৈশৱ কালবোৰ এতিয়াও মনৰ মাজত ভাহি উঠে। মনৰ কোনোবাখনিত হয়টো সেই শৈশৱ কালতে পায় অহা বিহুৰ স্মৃতিয়ে এতিয়াও খামুচি ধৰি আছে।

ফাগুনৰ মলয়াজাকে নাঙঠ কৰি পেলোৱা প্ৰকৃতিজনীক চ'তৰ বৰষুণ জাকে, যেতিয়া সজীৱ কৰি, কোমল কুঁহিপাতে গাভৰুজনী কৰি সজাই তোলে, তেতিয়া আমাৰো মনপ্ৰাণ সজীৱ হৈ উঠে। প্ৰকৃতিয়ে কঢ়িয়াই অনা ঋতুৰাজ বসন্তৰ আগমনৰ লগে লগে অসমীয়া জাতিৰ সকলো পুৰুষ মহিলাই নিজৰ নিজৰ পৰম্পৰাৰে অসমীয়া নতুন বছৰটোক বিহুৰ মাজেদিয়েই আদৰণী জনাবলৈ ব্যস্ত হৈ পৰে।

মই এজনী গাঁৱৰ ছোৱালী আছিলো। সৰুতে পোৱা গাঁওখনৰ বিহুৰ কথা ভাবিলে আজিও সেই অতীতলৈ মনটো উৰামাৰে। আগৰ বিহুৰ লগত বৰ্তমান বিহুৰ বহুতো পাৰ্থক্য আছে।

চ'ত মাহ সোমোৱাৰ লগে লগে গাঁওখনৰ জীয়ৰী বোৱাৰী সকলোৱে তাঁত শালত ব্যস্ত হৈ পৰে। কোনোবাই যদি চেলেঙ চাদৰ বৈছে, কোনোবাই আকৌ গামোচা, ৰুমাল, হাচতি, বৈছে। আগতে আমাৰ মা, বৰমাহঁতে বোৱা অনাকটা কাপোৰৰ বিষয়ে বহুতে হয়তো নাজানে। এইখন কাপোৰ তাঁতশালৰ পৰা কোনো অস্ত্ৰ শস্ত্ৰৰ সহায় নোলোৱাকৈ অনা হয়। এই অনাকটা কাপোৰ এবাৰত এখনহে তাঁতশালত লগাব পাৰি। লোক বিশ্বাসমতে এই কাপোৰ গাত থাকিলে বোলে বিপদ বিঘিনিৰ পৰা ৰক্ষা পায় গাঁওখনৰ পুৰুষ সকলে চ'তমাহৰ পৰাই কণীযুজ খেলি আনন্দ উল্লাহ কৰি উৰুলীকৃত হৈ থকা দেখা যায়।

চ'ত মাহৰ শেষৰ ফালে গাঁৱৰ জিয়ৰী-বোৱাৰী লগ হৈ মৰনৈ ঘাটত কাপোৰ ধুবলৈ যোৱা আনন্দই বেলেগ আছিল। নদীৰ ঘাটত শাৰী পাতি একে লগে কাপোৰ ধোৱা দৃশ্য অতি মনোমোহা আছিল। প্ৰতি গৰাকীয়ে হাতত লৈ যোৱা ৰচী বিলাক নদীৰ পাৰত বান্ধি একেলগে কাপোৰ শুকোৱা দৃশ্যও পাহৰিব নোৱাৰি। গাঁৱৰ জীয়ৰী-বোৱাৰী সকলোৱে সেই কাপোৰৰ আৰতে গা-ধুই কাপোৰ সলাই বিহুগীত আৰম্ভ কৰি দিয়ে। সকলোৱে জনাই নজনাই প্ৰাণ খুলি বিহুগাই নাচোনত আত্মহাৰা হৈ পৰা আনন্দৰ কথা আজিও পাহৰিব পৰা নাই। ইফালে আকৌ পঘা বাতিৰৰ বাবে হাবিত তৰাকাটি থকাৰ পৰাই মোহন কাইটিয়ে 'কুৰুলি' মাৰি আমাক বিহু গোৱাত উৎসাহ দিয়ে। লগে লগে হাবিৰ মাজৰ পৰা ওলাই আহি আমাৰ মাজত সোমাই এপাক ঘূৰি আমাক উদ্দেশ্য কৰি এইদৰে বিহুগীত যোৰে।

মতা ম'হ ধূনীয়া টাকুৰি শিঙিয়া
ছাগলী ধূনীয়া খাহি
ছোৱালী ধূনীয়া মাগুৰ বৰণীয়া
মুখত মিচিকীয়া হাঁহি।

মোহন কাইটি আছিল অতি ধেমেলিয়া। গাঁওখনৰ সকলোৱে কাইটিক ভাল পাইছিল। মোহন কাইটি নহ'লে যেন কাৰো ঘৰত বিহুৰ

আনন্দই নহ'ব। আমাৰ মাজত সোমাই মোহন কাইটিয়ে ঘুৰি ঘুৰি প্ৰানখুলি নাচিবলৈ লাগি যায়। আমি সকলোৱে একেলগে মুকলি মনেৰে নাচি যি আনন্দ উপভোগ কৰিছিলো সেই আনন্দ স্মৃতি হৈ আজিও হৃদয়ত জিলিকি আছে।

চ'ত আৰু বহাগৰ সংক্ৰান্তিৰ দিনা আৰম্ভ হোৱা গৰুৰ বিহু দিনটো আমাৰ বাবে বৰ আনন্দৰ দিন আছিল। ৰাতিপুৱা শুই উঠাৰ পৰা ৰাতি দোপৰলৈকে আমি ব্যস্ত আছিলো। গৰুৰ বিহুৰ দিনা কাহিলি পোহৰ হওঁতেই দেউতা গৈ গোহালি পায়গৈ লগতে আমিও পাছে পাছে যাওঁ। ককা, দেউতাহঁতে কোৱা শুনো কাহিলি পুৱাতে যদি গৰুৰ বিহুৰ দিনা গৰুবোৰ থিয় হৈ থাকে তেন্তে সেইবছৰ বানপানী হ'ব, আৰু যদি শুই বা বহি থাকে সেই বছৰ বানপানী নহয়। হয়টো এইয়া আছিল জীৱজন্তুৰ পৰা আগজাননী পোৱা বিশ্বাস। তাৰ পাছত সকলো নিজৰ নিজৰ কামত ব্যস্ত হৈ পৰো। কোনোবা এগৰাকীয়ে চাকত দিয়া লাও, বেঙেনা, কেৰেলা কাটিছে। কোনোবা এগৰাকীয়ে মাহ, হালধীৰ লগত আৰৈ চাউল কেইটামান দি সেইয়া বতিছে। মায়ে প্ৰতিটো গৰু মাহ, হালধীৰে নোৱাইছে। দেউতাহঁতে লাও, বেঙেনাৰে বনোৱা চাকখন এখন চালনীত উঠাই লৈ মাখিয়তী পাতেৰে গৰুক কোবাই নদীলৈ লৈ যায়। নদীৰ পাৰত গাঁওখনৰ সকলো গৰু একেলগে গোট খায় আৰু সকলোৱে জয়ধ্বনি দিয়ে। 'জয় ৰাম বোলা', 'জয় হৰি বোলা' তাৰ পাছত গৰুবোৰ নদীৰ পানীলৈ নমাই দিয়ে আৰু সকলোৱে নিজৰ নিজৰ চাকৰ পৰা লাও, বেঙেনা, কেৰেলাৰ চকলবোৰ গৰুৰ গাত দলিয়াই এইদৰে গায় 'লাও খা বেঙেনা খা' বছৰে বছৰে বাঢ়ি যা'। ইয়াৰ পাছত গৰুক গা ধুৱাই অন্য এঘৰৰ লগত গৰুৰ চাক সলাই। লোক বিশ্বাস মতে এইদৰে যি ঘৰৰ চাক সলাই নি গোহালিত থয়, সেই ঘৰ মানুহৰ লগত বন্ধুত্ব বাঢ়ি যায়। আমিও গা-পা ধুই জা-জলপান খাই গাঁৱৰ ছোৱালী বিলাক একেলগ হৈ এশ এডাল শাক বোটলা, বহ্মঠুৰি বিচৰা কামত লাগো। ৰাতি জেতুকাত দিবৰ বাবে বহ্মঠুৰিৰ কোঁহ আনো। বহ্মঠুৰি দিলে হেনো হাতত বেচিকৈ জেতুকা লাগে। তাৰ পাছত গোটেই ছোৱালীবোৰ একে লগ হৈ গাঁৱৰ বৰগছ এজোপাত সেৱা কৰো আৰু তাৰ পৰাই আমি বিহু আৰম্ভ কৰিছিলো। সকলোৱে সেই গছৰ তলতে বিহু মাৰি

আনন্দত মতলিয়া হৈ পৰিছিলো। ডেকা সকলেও সেইদৰে এজোপা বৰ গছত বিহুৰ গামোচা এখন মেৰাই সেৱা কৰি তাতেই বিহু আৰম্ভ কৰে। গৰু বিহুৰ দিনাৰ পৰাই হুঁচৰি আৰম্ভ হয়। আমাৰ ছোৱালী বিলাকক আগতে ৰাইজৰ চোতালত বিহু মাৰিবলৈ যাবলৈ নিদিয়ে। অকল পুৰুষ সকলেহে হুঁচৰি গোৱা বিহুমৰা নিয়ম আছিল। গৰুৰ বিহুৰ দিনা আমি দোপৰ ৰাতিলৈকে সাৰে থাকো কাৰণ ৰাতি অহা বিহু হুঁচৰিৰ দলক সেৱা কৰিবৰ বাবে বৈ থাকো। হুঁচৰি আহিবলৈ আমি দুৱাৰ খুলি ৰাখিছিলো। গাঁওখনৰ প্ৰতিঘৰ মানুহৰ ঘৰলৈকে ধনী, দুখীয়াৰ বাচ বিচাৰ নকৰাকৈ হুঁচৰি অহাটো আগতে নিয়ম আছিল।

বৰ্তমান যুগ, সমাজ আৰু পৰিৱেশৰ পৰিৱৰ্তনৰ লগে লগে সংস্কৃতিৰো পৰিৱৰ্তন হয়। যিহেতু সংস্কৃতি বোৱতী নদীৰ দৰে প্ৰবাহ মান। ঠিক একেদৰে লোক সংস্কৃতি বিহুৰো পৰিৱৰ্তন হৈ আহিছে। আজি সেই গাঁৱৰ গাভৰুহঁতে শাৰীপাতি নদীৰ পাৰত কাপোৰ ধোৱাৰ আনন্দ নাইকীয়া হ'ল। নদীখন তেনেদৰেই আছে, কিন্তু মানুহবোৰ সলনি হ'ল। গাঁৱৰ মানুহৰ ঘৰত আজি কালি কাপোৰ ধোৱা মেচিনে ঠাই পালে। আহত গছৰ তলৰ বিহু আহি মঞ্চত উঠিলেহি। আগৰ সেই চোতালৰ হুচৰিও কমিল। হুচৰি গৈ প্ৰতিযোগিতাত লাগিল। তথাপি এটা জাতিৰ ঐতিহ্য আৰু পৰম্পৰাক সুৰক্ষিত কৰিবলৈ সেই জাতিৰ পুৰণি সৃষ্টিশীল কৃষ্টি সংস্কৃতিবোৰ বজাই ৰাখিব লাগিব। অন্যথা সেই জাতীৰ স্বকীয় অস্তিত্বৰ পৰিচয় দিবলৈ একোৱেই নাথাকিব। অসমীয়া জাতীৰ বহাগ বিহুৱেই হ'ল জাতীয় অস্তিত্বৰ মেৰুদণ্ড স্বৰূপ।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালীবিহু সন্মিলনৰ তৰফৰ পৰা প্ৰতি বছৰে পুৰণি ৰীতি-নীতি, কৃষ্টি সংস্কৃতি জীয়াই ৰাখিবৰ বাবে যথেষ্ট প্ৰচেষ্টা হাতত লৈছে। যেনে কণী যুঁজ, ওজাপালি, গণবিহু, গছবিহু, জেংবিহু ইত্যাদি। অসমীয়া ডেকা-গাভৰুৰ আনন্দৰ উৎসৱ এই বাপতি সাহোন বহাগ বিহুৰ অসমীয়া সদায় জীয়াই ৰাখিব লাগিব। পথাৰৰ বিহুআহি মঞ্চত উঠিছে সঁচা। আগৰ গছৰ তলৰ বিহুৰ মাদকতা হ্ৰাস পাইছে সেইতোওঁ সঁচা। কিন্তু এটা কথা স্বীকাৰ কৰিব লাগিব যে সাম্প্ৰতিক কালত মঞ্চ বিহুৰ মাজেদিয়েই বিভিন্ন মাজেদিয়েই বিভিন্ন প্ৰতিযোগিতা পাতি বিহু সংস্কৃতিজীয়াই ৰখাৰ

কাৰণে অসমীয়া সমাজে যি প্ৰচেষ্টা হাতত লৈছে সেইয়া সঁচাকৈ প্ৰশংসনীয়। অসমীয়া জাতীয় উৎসৱ ৰঙালী বিহু বৰ্ত্তমান কিছুমান সাংস্কৃতিবানলোকে বিভিন্ন প্ৰচাৰ মাধ্যমৰ জৰিয়তে সমগ্ৰ ৰাষ্ট্ৰত প্ৰসাৰতা কৰিছে। লগতে লোক উৎসৱ হিচাবে উচ্চ আসনো পাইছে। এইয়া অসমীয়া জাতীৰ বাবে গৌৰৱৰ কথা। অসমবাসী ৰাইজলৈ এটাই অনুৰোধ, এই জাতীয় উৎসৱ ৰঙালী বিহুৰ স্বকীয় মৰ্যদ্য আৰু ঐতিহ্য যাতে কালৰ গৰাহত পৰি হেৰাই নাযায় তাৰবাবে সকলোৰেই সচেতন হ'ব লাগিব। অসমীয়া জাতিৰ এই বিহুৰ ঐতিহ্য জায়াই ৰাখিবলৈ সকলো আগবাঢ়ি আহিব লাগিব। নহ'লে বিশ্বৰ দৰবাৰত বৃহত্তৰ অসমীয়া জাতিৰ জাতীয় পৰিচয় মান সন্মান একোৰেই নাথাকিব। ■

# হাইদাং গীতৰ ঐতিহাসিক পটভূমিত

মজিন সোণোৱাল



অসমৰ তৃতীয় বৃহৎ জনজাতি জনগোষ্ঠী তথা অসমীয়া বৃহৎ সত্তাৰ অন্যতম উল্লেখযোগ্য অংশীদাৰ সোণোৱাল কছাৰীসকল। কিৰাত সম্ভূত সোণোৱাল কছাৰীসকল বৰ অসমৰ ছটাই পৰ্বতৰ পৰা ত্ৰিপুৰালৈকে আৰু হিমালয়ৰ পাদদেশ মহং মালিনী মিজু পাহাৰলৈ সিঁচৰতি হৈ আছে। চাউলং চুকাফাই বৰ অসমত প্ৰৱেশ কৰাৰ পূৰ্বেই সোণোৱালসকলে হালালী ৰাজ্যৰ পৰা কালৰ বিভিন্ন কাৰকত বিতাৰীত হৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন জিলাত বসবাস কৰি আছে। (হালালী = হা—মাটি, লালী—উজ্বল—উজ্বল মাটি—সমৃদ্ধিৰ দেশ) এই সোণোৱাল কছাৰীসকলে তিব্বত বৰ্মী বড়ো শাখাৰ ভাষাক সময়ৰ চাকনৈয়াত পৰি হেৰুৱাই পৰৱৰ্তী সময়থিনিত বিশেষকৈ উজনী অসমত এক স্বকীয় বাধন শৈলীৰে অসমীয়া ভাষাৰ এক উপভাষা

প্ৰচলিত কৰি আহিছে। সেয়ে হাইদাং গীত বা অন্যান্য গীতসমূহত শব্দ বা বাক্য প্ৰয়োগেৰে সোণোৱাল উপভাষাৰে বেলাড আকাৰে ৰচিত হোৱাত ইয়াক অনুধাৱন কৰাত জটিলতা আহে।

হাইদাং গীত সোণোৱাল কছাৰীসকলৰ সৃষ্টিমূলক আদিম গীত। এই গীত ধৰ্মীয় অৰ্থাৎ বাইথ' পূজাৰ সৈতে জড়িত। সোণোৱাল কছাৰীসকলৰ প্ৰধান আৰাধ্য দেৱতা খ্ৰীং খ্ৰীং বাইথ' বা খ্ৰীং ৰাজা (শিৱ)। প্ৰকৃতিয়ে সৃষ্টিৰ অনুৰণন চৌদিশে তুলাৰ সময়ত তিনিশ তিনিকুৰি তিনিদিনৰ মূৰত প্ৰতি বছৰতে এই বাইথ' পূজা পালন কৰে। বিধি অনুসৰি সম্পূৰ্ণ ধৰ্মীয় আচাৰ আচৰণে পূজা সম্পন্ন কৰাৰ পাছত বাইথ' মন্দিৰৰ পৱিত্ৰ স্থলিত জ্যেষ্ঠ বিশিষ্ট ব্যক্তিসকলৰ দ্বাৰা হাইদাং গীত গোৱা হয়। হাইদাং গীতৰ পাছতহে হুঁচৰি আৰু বিহু। ১১ টা খণ্ডত বিভক্ত হাইদাং বেই বা গীতসমূহৰ প্ৰতিটো খণ্ডৰে গুৰুত্ব বা তাৎপৰ্য্য বিভিন্ন ৰূপত নিৰ্হিত হৈ আছে। হাইদাং গীতেৰে, সোণোৱাল কছাৰীসকলে, সম্পূৰ্ণ ধৰ্মীয় বিশ্বাসেৰে প্ৰকৃতিৰ উৰ্বৰা শক্তিক প্ৰসস্তি কৰি শিৱ বা বাইথ' দেৱতা তুষ্ট কৰি বৰ্ষা বা উৰ্ব্বৰা শক্তিক ধৰালৈ নমাই অনাৰ প্ৰয়াস কৰে। পৃথিৱীৰ মানুহে প্ৰকৃতিৰ বস্তু আৰু ক্ৰিয়া কাণ্ডবোৰ দেখি প্ৰকৃতিক শক্তিসম্পন্ন জ্ঞানবোধে সিবিলাকত ঐশ্বৰিকতা, দেৱত্ব অথবা মহত্ব আৰোপ কৰি বিশ্ব ব্ৰহ্মাণ্ড ঈশ্বৰ, জীৱ জগতৰ উৎপত্তি, উদ্দেশ্য গভীৰ তত্ত্বআৰু জ্ঞান আদিক এই হাইদাং গীতত স্থান দিছে। সেয়ে হাইদাং গীতৰ স্তুতিত গোৱা হৈছে—

হায় ঐ নমো নাৰায়ণ
হায় ঐ নমো অগ্নি নাৰায়ণ।
আদি অনাদি যুগৰ
কছাৰী হাইদাং দেই।।

'হাইদাং' সোণোৱাল কছাৰী উপভাষাৰ অৰ্থ হৈছে পৃথিৱীত গোৱা ডাঙৰ গীত বা পৃথিৱী সৃষ্টিৰ ডাঙৰ গীত। খুটাক বাইথ প্ৰতিকত আৰোপিত কৰি সন্মুখত দুশাৰীকৈ মুখামুখী বহি ৯ জন ভকতে হাতে হাতে হাত টকা, খুটিতাল, দীঘল বাঁহী লৈ গীত গাই সহযোগিতা কৰে। দুয়োগৰাকী ভকতৰ মূৰত থকা ভকত দুজনে হাতত ময়ুৰ পাখী লৈ আঠুকাঢ়ি সহযোগীৰ কণ্ঠ আৰু বাদ্যৰ নিৰ্দিষ্ট তালত সুকীয়া লয়ত নৃত্য ভঙ্গিমা প্ৰদৰ্শন কৰে। হাইদাং

গীতত ব্যৱহৃত নিৰ্দিষ্ট বাদ্য আহিলাসমূহৰ সমাহাৰৰো এক ঐতিহাসিক ধৰ্মীয় কিংবন্তী আছে।

হাইদাং গীতৰ দ্বিতীয় অধ্যায়ত সৃষ্টিৰ কাহিনী প্ৰতিকী ৰূপত উপস্থাপন হয়। প্ৰকৃতিৰ স্বাভাৱিক বিহগীজনীয়ে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ ৰূপত (গজাই-মনাই আৰু বাইথ') তিনিটি কণী পাৰিলে আৰু ইয়াৰ পৰাই জীৱজগত সৃষ্টি হ'ল।

এটা এটা হেনো পাৰইছে।
দুটা তিনিটা হেনো পাৰইছে।
আঠটা ন টা হেনো পাৰইছে।
ৰুম্বা ৰুম্বা হেনো ৰুমইছে ।
এটা এটা হেনো জুগইছে।
পাঁচটা ছটা হেনো জুগইছে।
তাৰে তিনটা হেনো যোলইছে।
আদি যুগৰ কছাৰী হাইদাং দেই।।

তৃতীয় অধ্যায়ত দেৱ-দানৱৰ পৰা বিশ্ব-প্ৰকৃতিৰ গুণ-গৰিমা, মহত্বৰ কথা গভীৰভাৱে আলোকপাত কৰা হৈছে—

ডাঙৰ ডাঙৰ কোন ডাঙৰ?
দেৱৰ ডাঙৰ খিৰিং ৰাজা।
দেৱীৰ ডাঙৰ ভুৰুলী হাবুকী।
জলৰ ডাঙৰ ডোঙাই পানী।
থলৰ ডাঙৰ পানী পইতা।
মাটিৰ ডাঙৰ ধুলাই মাটি যে।
মানুহ ডাঙৰ বাওনা বাওনী।
ফুলৰ ডাঙৰ হেডকপাহ যে।
গছৰ ডাঙৰ নাই জিটুলী।
পাতৰ ডাঙৰ বৰপাত উলু যে।
মাছৰ ডাঙৰ ভিচ্‌লি চাদা।
চৰাইৰ ডাঙৰ পাখীভঙা লাইটিপচী।
কুলৰ ডাঙৰ লাই মিকৃৰি।

সেৰাৰ ডাঙৰ লাই নেওৰা।
মাতৰ ডাঙৰ ধলা মেঘে যে।
গাঁতৰ ডাঙৰ বৰপেট লাই যে।
বায়ুৰ ডাঙৰ সপ্ত বায়ু যে।

হাইদাং গীতৰ বাকী অধ্যায়সমূহত পুৰুষ প্ৰকৃতিৰ জীৱনৰ পাতনি। সোণোৱাল কছাৰীসকলৰ সাতখেল চৈধ্য-বংশ খ্ৰীং খ্ৰীং বাইথ' দেৱতাৰ জীৱন পৰিক্ৰমা, উৰণ-বুৰণ, গজন, ভ্ৰমণ চাৰিমুঠি জীৱৰ মঙ্গল কামনা আদি মন্নি বিষ্ঠ হোৱাৰ লগতে অন্তিম অধ্যায়ত খ্ৰীং ৰাজা দেৱতাই আদি নিৰঞ্জন-সত্যসনাতন সৃষ্টিৰ সৰ্বময় কৰ্ত্ত ভাবি অজানিতে হোৱা ভূল ত্ৰুটিৰ ক্ষমা মাগি শিৱৰ প্ৰতীক জামুকৰ খুটাতে সৰ্বস্ব অৰ্পণ কৰিছে।

লৌ লৌ শিমলু চলৌ লাই।
দালি খৰাহী শিমলু শোধাইছোং।
বাঁহী শিমলু শোধাইছোং।
দায়ক শিমলু শোধাইছোং।
দেযক শিমলু শোধাইছোং।
খঙত শিমলু শোধাইছোং।
হাইঠা শিমলু লেং ঠাই ঠাইছ
জামুকৰ খুটাতে দিছোং ঠাই।
সকলো দায় দোষ একে ঠাই।
লৌ লৌ শিমলু চলৌ লাই।
সকলো ৰাজগুৰু একে ঠাই।

সহায়ক পুথি— সোণোৱাল সৌৰভ স্মাৰক গ্ৰন্থ, সোণোৱাল কছাৰী লোকগীত মালিতা আৰু ৰজনীকান্ত হাজৰিকাৰ নিৰ্বাচিত প্ৰবন্ধ সংকলন। ■

# বিহু গীতৰ বিচিত্ৰতা

ড° জাহ্নবী লহকৰ বৰুৱা

এতিয়া বসন্তৰ বতৰ। কুলি-কেতেকীৰ সুৰীয়া বিননিয়ে মন উৰুৱাই নিয়া বতৰ। অসমীয়াৰ হিয়াৰ আমঠু, কলিজাৰ এফাল ব'হাগ বিহুৰ বতৰ। গছে-বনে তগৰ, নাহৰ, গোলাপ, কেতেকী, হাইঠা, কপৌ আদিৰ আমোলমোল সুবাস। এতিয়া যে গা মন উৰুলীকৃত হৈ পৰা বতৰ। বিহুগীত গাই, বিহু নৃত্যৰে ধৰাৰ বুকুলৈ অহা সেউজীয়া পৰিৱৰ্তনখিনিৰ সতে একাকাৰ হৈ সীমাহীন আনন্দ উৎসৱৰ সতে জীৱনক জীপাল কৰি তোলা উৎসৱ হ'ল ব'হাগ বিহু। সেউজীয়া পৃথিৱীৰ বুকুলৈ নতুন যৌৱনৰ ঢল অহাৰ লগেলগেই সময়ৰ বোকোচাত উঠি ন-সাজে সাজি আহে ব'হাগী। বসন্তৰ আগমনত প্ৰকৃতিৰ মনোমোহা সৌন্দৰ্যৰ কবলত পৰি প্ৰকৃতিক আৰু বেচি আনন্দত উৎফুল্লিত কৰি শস্য সম্ভবা, উৰ্বৰা, জাতিষ্কাৰ কৰি তুলিবলৈকে সমূহীয়াভাৱে নৃত্য কৰিছিল আৰু স্বতঃস্ফুতভাৱে আৱেগ অনুভূতি প্ৰকাশক বিহুগীতসমূহ ৰচনা কৰিছিল আৰু গাইছিল। এই বিহুগীতসমূহতে অসমীয়া জাতিটো আলফুলে শুই আছে। প্ৰেম, ভালপোৱা, কামনা-বাসনাৰে আদি কৰি অসমৰ বুৰঞ্জী, ধৰ্ম, অৰ্থনীতি, পৰম্পৰা, ৰীতি-নীতি সকলো মূৰ্তমান এই বিহুগীতবোৰত। কাব্যৰস, সৌন্দৰ্য আৰু আদি ৰসেৰে ভৰপূৰ বিহুগীতবোৰে মনবোৰ উৰুৱাই নিয়ে...।

বিহুগীতত লোক জীৱন ঃ

অসমৰ পথাৰৰ পৰা ঘৰলৈকে সকলোবোৰ বিহুগীতত মুখৰিত হৈ থাকে। বিহুগীতসমূহৰ মাজেদি প্ৰকাশিত হয় লোকজীৱনৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, সাজ-পোচাক, খাদ্য, ধৰ্মীয় ধ্যান-ধাৰণা, নদ-নদী আদি। ব'হাগৰ পদূলি সদায় উদুলি-মুদুলি।

অসমীয়া সমাজৰ এটা প্ৰধান ৰীতি হ'ল বয়োজ্যেষ্ঠসকলক সেৱা কৰা আৰু সেয়ে হুঁচৰি দলে গায়—

প্ৰথমে প্ৰণামো আই সৰস্বতী
দ্বিতীয়ে প্ৰণামো হৰি
তৃতীয়ে প্ৰণামো গাঁৱৰ বুঢ়া মেথা
ধৰি যাওঁ নামৰে গুৰি।

ৰং ৰহইচৰ দিনত আনন্দৰ জেতুকা বোলেৰে ৰাঙলী হোৱা দিনত অহা হুঁচৰিৰ আশীৰ্বাদ ল'বলৈ গৃহস্থই অধীৰ আগ্ৰহেৰে বাট চাই ৰয়। অসমীয়া সমাজত প্ৰচলিত এক বিশ্বাস আছে যে বিহুৰ আগতেই তাঁতৰ কাপোৰ বৈ উলিয়াব নোৱাৰিলে সেই কাপোৰ অমংগলীয়া হয়—

শালে শালে শিপিনীৰ গামোচা চেলেং
ফুল বছা বিহুৱান ভমকা ফুলীয়া
বিহু নৌ আহোতেই কাটিব লাগিব তাঁত
বিহু চেৰা হেনো অমংগলীয়া।

অসমীয়া সাজপাৰৰ বিষয়েও বিহুগীতত আভাস পোৱা যায়। ৰঙাকৈ আচুৰ পাণ বটা, ভমকা ফুলোৱা গামোচা, সোণতে সুৰগা মুগাৰে মেখেলা, ৰিহাতে কেছ বছা ইত্যাদি উপমাবোৰে অসমীয়া সাজপাৰৰ বৈশিষ্ট্যকো সূচিত কৰে। বিয়াবাৰুৰ সম্বন্ধেও বিহুগীতসমূহত অনেক উল্লেখ আছে। ব'হাগ বিহুৰ সময়ছোৱাত কোনোবা ডেকাই মন-পছন্দৰ গাভৰুক পলুৱাই নি দুয়ো সমাজৰ আগত দোষ মাৰ্জনাৰ বাবে আঁঠু লৈ জৰিমণা ভৰিব লগীয়া হয়।

বিহু মাৰি থাকিবৰ মনে ঐ লগৰী
বিহু মাৰ থাকিবৰ মন,
বিহু মাৰি থাকোতে পলুৱাই নিনিবা
ভৰিব লাগিব ধন।

বিহুগীতত অসমীয়া ঘৰ সজাৰ সা-সঁজুলি আৰু ঘৰ আদিৰো উল্লেখ আছে। যেনে— বৰঘৰ, চ'ৰাঘৰ, ৰান্ধনিঘৰ, কামী, মাৰলী, চাল আদি। নিত্য ব্যৱহৃত সামগ্ৰী ঢাৰি-পাটী, বিভিন্ন পীৰা, কাঁহি-বাটি আদিৰো উল্লেখ আছে বিহুগীতত। অসমীয়া আখলৰ বিবিধ ৰুচি— এবাটি নহৰু, এবাটি পনৰু, এবাটি খুটৰা শাক, চাঙৰে আঠিয়া কল, বাৰীৰ মৰলীয়া শাক, পইতা, পোতনি, জেঠতে অমনা ধান, বকুল বৰা ধানৰ জুটি, কাঁহৰ বাটি আদিৰ উল্লেখে বিহুগীতসমূহক হিয়াৰ আমঠু কৰি তুলিছে। ইয়াৰোপৰি দিখৌ, জাঁজী, ভোগদৈ, ধনশিৰী, ৰঙানদী, সোৱণশিৰি আদি অনেক নদীক লৈয়ো বিবিধ বিহুগীত আছে। গাঁৱলীয়া সমাজৰ আৰ্থিক আৰু সাংস্কৃতিক জীৱনৰ চিত্ৰখনিও বিহুগীতত জলজল পটপটকৈ জিলিকি আছে। কৰ্ম-সংস্কৃতি যেনে— কেৰাণী, মহৰি, চাহাব আদি বিভিন্ন জীৱিকাৰ উল্লেখে বিহুগীতসমূহৰ সোণত সুৱগা চৰাইছে। তামোল-পাণ অসমীয়া সংস্কৃতিৰ অন্যতম উপাদান। সমাজত ইয়াৰ ব্যৱহাৰ অতি বেছি। এই তামোল-পাণৰ উল্লেখো বিহুগীতত পোৱা যায়। গছ-লতিকা, ভগৱান, মাত-কথা, ৰূপ-লাৱণ্য আদিৰে সমৃদ্ধ হৈ আছে বিহুগীতৰ বহল বুকু।

বিহুগীতত লোকবাদ্য ঃ

আমাৰ অতি চেনেহৰ ঢোল, পেঁপা, গগনা, বীণ, টকা আদি বাদ্যযন্ত্ৰৰ উল্লেখে অসমীয়া লোকবাদ্যসমূহক গীতিময়িতা প্ৰদান কৰিছে।

ঢোলত চাপৰ মাৰি ঢুলীয়া ওলালে
কাৰ ঘৰৰ নাচনী নাচে.....

ঢুলীয়াৰ ঢোলৰ চাপৰ শুনাৰ লগে লগে কেৱল নাচনীয়ে নহয়, প্ৰতি অসমীয়াৰ মন-প্ৰাণ নাচি উঠে। বিহুত ব্যৱহৃত আন এবিধ বাদ্য হ'ল পেঁপা। পেঁপাৰ মাতে সবাৰে মন থৌকি-বাথৌ কৰি তোলে। পুৰুষৰ আঙুলিৰ সৌন্দৰ্যক পেঁপা বজোৱাৰ লগত ৰিজাই গোৱা হয় বিহুগীতত—

পেঁপাটি বজাবৰ তিনিটি আঙুলি
মাজৰটি আঙুলি লৰে
যেতেকে লৰিব পুৰুষৰ আঙুলি
তেতেকে জেউতি চৰে।

নাচনীয়ে পেঁপাটি মাত শুনি উন্মনা হোৱাৰ উমান বিহুগীতত পোৱা

যায়—

ম'হৰ শিঙৰ পেঁপাটি নবজাবি ককাইটি
মোৰে মন উতলা কৰে,
পেঁপাৰ মাতে শুনি ৰ'বকে নোৱাৰো
হাতৰ বনে সৰি পৰে।

বিহুৱাৰ বাবে ঢোল, পেঁপা যিদৰে অতি প্ৰয়োজনীয় ঠিক সেইদৰে বাঁহৰ টকা, সুতুলি, গগনা আদি নাচনীৰ বাবেও প্ৰয়োজনীয়। এই বাদ্যসমূহৰো উল্লেখ আছে বিহুগীতত—

টকাৰ সৰু সৰু মাতে সমনীয়া
টকাৰ সৰু সৰু মাত,
টকাৰ মাতে শুনি ৰ'বকে নোৱাৰি
এৰি যাওঁ পেটৰে ভাত।

আকৌ,

গগনা আৰণি গগনা পুৰণি
গগনা কিহেৰে বাওঁ,
দুফালে দুচাটি মাজতে এচাটি
মুগা সূতা লগায়ে বাওঁ।

**বিহুগীতত কাব্যৰস আৰু সৌন্দৰ্য ঃ**

বিহুগীতসমূহ মূলতঃ কবিতা, তাৰ পিছতহে গীত। সেয়েহে বিহুগীতত কাব্যৰস আৰু গীত দুয়োটাৰে সৌন্দৰ্য পোৱা যায়। বিহুগীতত দুলড়ী ছন্দ দেখা পোৱা যায়। বাক্যৰ অভিব্যক্তি আৰু গীতৰ নান্দনিক দিশৰ মাধুৰ্য বিহুগীতসমূহত অনুভৱ কৰিব পাৰি। কবিতাৰ অন্যতম উপাদান অলংকাৰে বিহুগীতৰ প্ৰকাশভংগীৰ পৰিৱৰ্তনত সাৰ্থকতা আনে। বিহুগীতত প্ৰয়োগ হোৱা অলংকাৰসমূহ হ'ল— অনুপ্ৰাস, উপমা, প্ৰতিবস্তুপমা, অতিশয়োক্তি, ব্যতিৰেক আদি—

ধনক ধনে কৰি ধনকে ঘটিলে
পৰম যতন কৰি,
ধনে গ'ল উছলি মন গ'ল পিছলি
লগতে গ'ল দুছালি খৰি।

পুনৰ,

ঘৰতো নবহে মনে সমনীয়া
পথাৰতো নবহে মন,
কঁহুৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।

আকৌ,

লুইতৰ বালি বগী ধকেধকী
কাছই কণী পাৰে লেখি,
গাতে জুই জ্বলিছে সৰিয়হ ফুটিছে
ধনক পানী ঘাটত দেখি।

খামুচীয়া কঁকাল, জালুকী বোলোৱা দাঁত, কুমলীয়া তামোলৰ থোক হেন বুকু, হৰিণীৰ চকু যেন চকু, পদুমৰ ঠাৰি যেন বাহু, পূৰ্ণিমাৰ জোন যেন মুখ আদি উপমাই বিহুগীতসমূহৰ শোভা দুগুণ চৰাইছে। বিহুগীতসমূহ স্বতঃস্ফুৰ্ত বাবেই অলংকৃত।

বিহুগীতত আদিৰস ঃ

ব'হাগ মানেই যৌৱনৰ পোহাৰ, ব'হাগ মানেই যৌৱনোচ্ছল মনৰ প্ৰাঞ্জল খবৰ। ইয়াতে আছে আশা, নতুনৰ বতৰা। আবাল-বৃদ্ধ-বনিতা সকলো বিহুৰ বতৰত আনন্দত আত্মহাৰা হয়। ডেকা-গাভৰু উদ্বাউল হৈ উঠে অন্তৰৰ আনন্দ উজাৰি দিয়ে হিয়া বিনিময়ৰ বাবে। বিহুগীতসমূহৰ মাজেৰে আদিৰসৰ গৌৰৱ প্ৰকাশিত হয়।

কপৌফুল এজাৰত
চেনাই তোৰে বেজাৰত
ল'লেনো চিপেজৰী
বাউলা ঐ মদাৰত।

আকৌ,

অ' বনৰ বগৰী
হ'বা জানো লগৰী
দিবা জানো মৰমৰ
দিবা জানো মৰমৰ মাত।

পুনৰ,

কেঁচা মৰম চেঁচা নৈ

মুখৰ মিঠা এঠা দৈ

মিঠা মিঠা তিলৰ পিঠা

ঐ নাচনী, থৈছা জানো আমালৈ সাঁচি।

মুঠতে ডেকা-গাভৰুৰ প্ৰেমৰ প্ৰতিবন্ধকতাৰ ইংগিত, মৰম আকলুৱা মন, বিৰহ-বেদনা আদিবোৰো বিহুগীতত পৰিস্ফুট হৈ আছে। প্ৰেমে জাতকুল, অপাৰ অমংগল একো নামানে। কণ্টকাকীৰ্ণ দুৰ্গম পথো তেওঁলোকৰ বাবে সুগম হৈ পৰে। বসন্তৰ বতৰা পাই যৌৱন উতলা মন যেতিয়া কমোৱা তুলাৰ দৰে উৰিবলৈ ধৰে তেতিয়াই গাভৰুৰ অৱস্থা হয়—

বহো তাঁতশালত

চকু আলিবাটত

মাকো সৰি সৰি পৰে।

গাভৰুৱে সমাজৰ ভয়ত একো ক'ব নোৱাৰা হয়। প্ৰেমত বিহ্বল ডেকাৰ চকুৰ পৰাও হেৰাই যায় টোপনি, পাৰ কৰে অনেক উজাগৰী ৰাতি। যেনিয়ে চকু যায় তেনিয়ে মাথো প্ৰিয়াৰ প্ৰতিচ্ছৱি।

ৰাতি পৰে পৰে তোলৈ মনত পৰে

বাজলৈ আহো ওলাই,

তোৰে কথা ভাবি ওলাই চকুপানী

কাহানিকৈ ঈশ্বৰে মিলায়।

এইদৰেই আদি/শৃংগাৰে ৰসেৰে সিক্ত সুন্দৰ উপমা, দৃষ্টান্ত ৰূপকেৰে গঠিত সহজ-সৰল ভাষাও বিহুগীতবোৰে অসমীয়া সাহিত্যৰ ভঁৰাল অতিকে চহকী কৰিছে আৰু বিচিত্ৰ অসমীয়া সংস্কৃতিক জাকত জিলিকা কৰি ৰাখিছে।

বিহুগীত সমূহ চহা জীৱনবোধৰ দ্বাৰা অনুপ্ৰাণিত বাবেই অসমীয়া সমাজত এই গীতবোৰৰ স্থান সুকীয়া। গাঁৱৰ বিহু নগৰীয়া মঞ্চত উঠি নিজৰ অৱক্ষয় মাতিছে। বিভিন্ন বিহুগীত কেছেটত আৱদ্ধ কৰি গাঁও-নগৰৰ পদূলিয়ে পদূলিয়ে বাজিছে। এইবোৰ জানো প্ৰকৃত অৰ্থত বিহুৰ বৈশিষ্ট্যৰে পূৰ্ণ? এইবোৰ বিহুসুৰীয়া আধুনিক গীতৰ বাহিৰে বেলেগ একো নহয় য'ত আছে মাথো চহা জীৱন আৰু প্ৰেমৰ ভাৱ। এইবোৰৰ কিছুমান বিহুগীতৰ

নামত নয় ছন্দবিহীন কিছুমান চিএৰ-বাখৰ। এইখিনিতে এটাই অনুবোধ বিহুনাম বা বিহুগীতৰ ক্ষেত্ৰতো যদি উলিয়াবই বিচাৰে তেন্তে পুৰণি বিহুগীতবোৰ বাণীবদ্ধ কৰি ভাউচিবৃগীয়া কৰাৰ পদক্ষেপ গ্ৰহণ কৰক। অৱশ্যে এইটোও সত্য যে পৰিবৰ্তন কাম্য কিন্তু নিজৰ অস্তিত্বক বিসৰ্জন দি আধুনিকতাৰ দৌৰত দৌৰিবলৈ চেষ্টা কৰিলে আমিবোৰ বহুত পিচপৰিহে ৰ'ম। গতিকে সুন্দৰ ৰূপত নিজস্ব বৈশিষ্ট্যক লগত লৈ বিহুগীতবোৰক আমিবোৰেই সংৰক্ষণ কৰিব লাগিব। এই ক্ষেত্ৰত সময় থাকোতেই আমিবোৰ বিহুগীতবোৰক ৰক্ষণাবেক্ষণ দিব লাগিব যাতে সময়ৰ কুটিল গ্ৰাসৰ পাকচক্ৰত পৰি বিহুগীতবোৰ নিশ্চিহ্ন হৈ নাযায়। ■

*সহযোগী অধ্যাপক, শিক্ষা বিভাগ,*
*লখিমপুৰ কেন্দ্ৰীয় মহাবিদ্যালয়*

# মিচিং জাতিৰ চমু পৰিচয়

ৰুৱাদ লংম্বৃং



প্ৰত্যেক জাতি-জনগোষ্ঠীৰে একোটা স্বকীয় পৰিচয় থাকে। এই পৰিচয়ৰ মাজতে আছে জাতি বা জনগোষ্ঠীটোৰ সভ্যতাৰ ঐতিহ্য। অসমৰ বৃহত্তৰ জনগোষ্ঠী মিচিং সমাজৰ সভ্যতাৰ ঐতিহ্য অনন্য। সুবৃহৎ সাংস্কৃতিক সম্ভাৰেৰে চহকী মিচিং সমাজ।

মিচিং সকলৰ উৎপত্তি স্থল বা আদি ভূমি সম্পৰ্কে কোনো নিশ্চিত তথ্য পাববৈলে নাই। ইতিহাসবিদসকলে ঠাৱৰ কৰা মতে চীন দেশৰ দক্ষিণ-পশ্চিম হোৱাংহো আৰু ইয়াংচিকিয়াংৰ পৰা প্ৰবজন কৰি তিব্বতত প্ৰৱেশ কৰি চিয়াং নদীয়েদি সুদীৰ্ঘ প্ৰব্ৰজনৰ অন্তত দ্বাদশ শতিকাত চুতীয়া ৰাজত্বৰ শেষৰ ফালে আহোম ৰাজত্বৰ আৰম্ভণিত অসমত প্ৰৱেশ কৰে। মিচিংসকলে নদীপৰীয়া ঠাইকে উপযুক্ত বাসভূমি বুলি বিবেচনা কৰিলে। নৃতাত্বিক দিশৰপৰা মিচিংসকল মংগোলীয় জনগোষ্ঠীৰ অন্তৰ্গত।

এক জনশ্ৰুতি মতে, মিচিং সকলে নিজকে স্বৰ্গৰপৰা সোণ-ৰূপৰ

জখলাৰে নামি অহা বুলি চিনাকী দিয়ে। প্ৰবাদমতে কিলিং-কাংগে নামৰ সুউচ্চ পৰ্বতৰ পৰা সোণ-ৰূপৰ জখলাৰে মিচিং সকল নামি আহিছিল। স্বৰ্গ বুলি হয়তো সুউচ্চপৰ্বতক আৰু সোণ-ৰূপৰ জখলা বুলি দুডাল সোণ-ৰূপীয়া লতা জাতীয় গছকে ধাৰণা কৰিছিল। মিচিং সকলৰ বসতি স্থল অসমৰ শদিয়াৰ পৰা তেজপুৰলৈ। অৱশ্যে অৰুণাচল প্ৰদেশত যথেষ্ঠ সংখ্যক মিচিংলোক অতীজৰেপৰা বাস কৰি অহাৰ লগতে অসম নাগালেণ্ড সীমান্তৱৰ্তী অঞ্চলতো বাসস্থান আছে।

ভাষাতত্ত্ব ফালৰ পৰা মিচিংসকল চীন-তিব্বতীয় ভাষা গোষ্ঠীৰ অন্তৰ্গত। মিচিংসকলক পূৰ্বে মিৰি বুলি জনাজাত আছিল। কিন্তু অতীজৰে পৰা মিচিংসকল 'মিচিং' বুলিহে চিনাকি দি আহিছে। আচলতে 'মিৰি' শব্দটো ভৈয়ামলৈ অহাৰ পাছত অসমীয়াসকলে দিয়া নামহে।

মিচিং মানে ঠাণ্ডা মানুহ অৰ্থাৎ ভাল মানুহ। আনহাতে মিপাক মানে বেয়া মানুহ। মিচিংসকলে নিজকে ভাল মানুহ অৰ্থাৎ মিচিং বুলি চিনাকী দি ভাল পায়। অনা মিচিংসকলক মিপাক বুলি সম্বোধন কৰে। বৰ্তমান এটা ভুল ধাৰণা আছে যে মিপাক বুলি ক'লে অকল অসমীয়া সকলকহে বুজায় কিন্তু মিপাক বুলিলে সকলো অনামিচিং সকলকে বুজায়।

মিচিংসকলৰ লিখিত বুৰঞ্জী নাই। যদিও মিচিংসকলৰ লেকে দঃয়িং (সাধুকথা) আবাং (লোকগীত), কাবান (শোকগীত) আদিৰ পৰা জাতিটোৰ অতীত, ঐতিহ্য, বিৱৰ্তন, ৰীতি-নীতি, পৰম্পৰা আদি সম্পৰ্কে জানিব পাৰি।

মিচিংসকলে নিজকে দঃঞি-পঃল (সূৰ্য-চন্দ্ৰ)ৰ সন্তান বুলি চিনাকী দিয়ে। দঃঞি (সূৰ্য)ক মাতৃ আৰু পঃল (চন্দ্ৰ)ক পিতৃ বুলি মিচিং সকলে পূজা কৰে। সেয়েহে মিচিং সকলৰ স্বধৰ্ম দঃঞি-পঃল ধৰ্ম বুলি কোৱা হয়। মিচিংসকলে সকাম-নিকাম অথবা মাংগলিক কাৰ্য সম্পাদন কৰোতে দঃঞি-পঃল, কাৰচিং-কাৰটাকৰ লগতে নিজৰ নিজৰ পূৰ্বপুৰুষক পূজা-অৰ্চনা কৰে। তেওঁলোকে বিশ্বাস কৰে পূৰ্বপুৰুষসকলে ঘৰৰ সকলো অপায়-অমংগল দূৰ কৰি সুস্থ পৰিৱেশ এটা বৰ্তাই ৰাখিব পাৰে। এইফালৰ পৰা চাবলৈ গ'লে মিচিং জাতিটো এনে একমাত্ৰ জাতি যি নিজৰ পূৰ্বপুৰুষক দেৱতাৰ দৰে জ্ঞান কৰে।

সাধাৰণতে মিচিংসকলে নৈপৰীয়া ঠাইত চাংঘৰ সাজি সহজ-সৰল সমাজ পাতি বাস কৰে। অসমৰ প্ৰধান নদী ব্ৰহ্মপুত্ৰৰ দুটি পাৰৰ লগতে ইয়াৰ চাৰিকড়ীয়া, দিচাং নৈ আদি অনেক উপনৈৰ পাৰে পাৰে গঢ়ি উঠিছে নয়নভিৰাম মিচিং সভ্যতা।

মিচিংসকলৰ সাজ-পোচাকে অসমৰ এক বৃহৎ বজাৰ দখল কৰি আছে। ইয়াৰ পৰাই প্ৰমাণ পোৱা যায় মিচিং শিপিনীসকলৰ কৰ্ম দক্ষতা। প্ৰত্যেক গৰাকী মিচিং জীয়ৰী-বোৱাৰীৰে তাঁত বোৱা শিক্ষাটো সুলভ। সেইসকল নিপুণ মিচিং শিপিনীসকলৰ হাততে প্ৰাণ পাই উঠে সুন্দৰ সুন্দৰ ফুল বছা মেখেলা চাদৰ, গামোচা আদিৰ লগতে গাদু (মিৰিজিম), মিবু গালুক, ৰিবি গাচেং আদি। বোৱাৰীসকলে মেখেলা আৰু ব্লাউজৰ ওপৰত চেগ্ৰীগ নামৰ কাপোৰ এবিধেৰে মেথুন মাৰে। চেগ্‌ৰৌগ হৈছে গামোচাতকৈ বহল আৰু দীঘল ঠিক গামোচাৰ দৰে কাপোৰ বিশেষ। মিচিংসকলে সাধাৰণতে ঘৰুৱাভাৱে উৎপাদিত কাপোৰ পৰিধান কৰে। কিন্তু বৰ্তমান সময়ত পাশ্চত্যৰ প্ৰভাৱে থলুৱা সাজ-পোচাকৰ ঐতিহ্য কিছু ম্লান কৰিছে।

মিচিং সমাজৰএক সুকীয়া খাদ্যভাসৰ পৰিচয় আছে।

বনৰীয়া গছৰ পাতেৰে এক অনন্য খোৱা উপযোগী খাদ্য প্ৰস্তুত কৰে। বিশেষকৈ নামচৃং, গাহৰি মাংস, শুকান মাছ আদিৰ বাবে মিচিং খাদ্যাভ্যাস বিখ্যাত।

তেওঁলোকে আপং নামৰ নিচা জাতীয় এবিধ পনীয়া দ্ৰব্য ব্যৱহাৰ কৰে। পৰঃ আপং (ছাঁইমদ), নগিন আপং (বগামদ) এই দুইবিধ আপংৰ ভিতৰত নগিন আপংৰ ব্যৱহাৰ অধিক। ইয়াৰ কাৰণ নগিন আপং প্ৰস্তুত কৰিবলৈ কম সময় লাগে। আলহী-অতিথিক আপঙেৰে আপ্যায়িত কৰাৰ উপৰি সকাম-নিকাম, উৎসৱ-পাৰ্ব্বন আদিটো আপংৰ ব্যৱহাৰ কৰা হয়। সাংস্কৃতিক দিশৰ পৰাও মিচিং সমাজ বিশেষভাৱে চহকী। ফাগুন মাহৰ প্ৰথম বুধবাৰে পালন কৰা কৃষিভিত্তিক উৎসৱ আলি-আয়-লৃগাং হৈছে মিচিংসকলৰ প্ৰধান উৎসৱ। ইয়াৰোপৰি অসমৰ অন্যান্য বিহুসমূহো অসমীয়াৰ দৰে সমানে পালনকৰা দেখা যায়। সংগীতৰ ক্ষেত্ৰত মিচিং সকলৰ ঐনিঃতম মিচিং বিহুগীতৰ এক সুকীয়া পৰিচয় আছে। মিচিং ভাযাত বৰ্তমানলৈকে সাহিত্য নাই যদিও কিছু স্বনাম ধন্য ব্যক্তিৰ নীৰৱ প্ৰচেষ্টাত মিচিং ভাযাৰ আলোচনী

তথা অন্যান্য মিচিং সম্পৰ্কিত স্মৃতি গ্ৰন্থ, মুখ পাত্ৰ আদিত মিচিং কবিতা, গল্প, উপন্যাস, নাটক আদি সৃষ্টি অব্যাহত আছে। তাৰোপৰি বহু প্ৰতিভা সম্পন্ন লেখক-লেখিকাই অসমীয়া ভাষাতে সাহিত্য চৰ্চা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে আৰু বৰ্তমানলৈকে বহু নবীন-প্ৰবীন সাহিত্যিকে নিজৰ সুকীয়া আসন দখল কৰিবলৈ সক্ষম হৈছে।

এইদৰে দ্বাদশ শতিকাৰ পৰা বৰ্তমান একবিংশ শতিকালৈকে বহু উত্থান-পতনৰ মাজেৰে মিচিং সমাজ গঢ়ি উঠিছে। বৰ্তমান মিচিং সমাজ এঢাপ এঢাপকৈ প্ৰগতিৰ জখলাৰে আগবাঢ়ি গৈছে। এই যাত্ৰা দীৰ্ঘজীৱী হওক সেয়াই কাম্য। ■


সহায়ক গ্ৰন্থ ঃ *বয়েল পেগুৰ মিচিং সমাজৰ আত্মনিয়ন্ত্ৰণআৰু ৰাজনীতি।*



*লেখকৰ ঠিকনা ঃ নামনি গঁড়পৰা, ঢকুৱাখনা*

# বিহুৰ অপৰিহাৰ্য বাদ্য সমূহ

বেণু ভূঞা



ঢোলত চাপৰ মাৰি ঢুলীয়া ওলালে
নাচনী ততে নাই গাত
বিহুনাম এফাঁকি গোৱাচোন লাহৰী
লগোৱা নামেৰে জাত।

বসন্তৰ আগমন প্ৰকৃতিৰ বিচিত্ৰ শোভাই সকলোৰে মন ভৰাই তোলে। নদ-নদী, বন-উপবন, কহুৱা, ঝাওবন আদিৰ প্ৰকৃতিৰ অপৰূপ

শোভাই মনৰ মাজত ব্যঞ্জনাৰ সৃষ্টি কৰে। পলাশ, শিমলু, নাহৰ, মদাৰ, কপৌ আদি ফুলেৰে অপূৰ্ব্ব সৌন্দৰ্যত চমকিত হৈ পৰে। প্ৰকৃতিৰ এনে বিনন্দীয় ৰূপত সকলো প্ৰাণীয়ে আপোন পাহৰা হৈ পৰে।

বিহু আহিলেই সকলোৰে গা সাতখন আঠখন লাগে। তাতে চাৰিওফালে ঢোল, খোল, পেঁপা, গগনাৰ মাতত ডেকা-গাভৰু বাদেই বুঢ়া-বুঢ়ীবো নাচো নাচো লাগে। ঋতুৰাজ বসন্তৰ আগমনে মানুহৰ মনলৈ যৌৱন আহে, যৌৱন আহে জীৱ জন্তু, চৰাই-চিৰিকতিৰ দেহলৈয়ো।

বিহু বুলিলেই ৰঙালীৰ বিহুগীত, ভোগালী মেজিভোজ কঙালীৰ তুলসী তলৰ নাম-কীৰ্ত্তন আদিৰ কথায়ে মনলৈ আহে। অসমৰ থলুৱা সংস্কৃতিৰ বাৰ্তাবাহী প্ৰতীক বিহুগীত ঢোল, তাল, পেঁপা, গগনা, সুতুলি, বাঁহী আদিৰ ব্যৱহাৰ অপৰিহাৰ্য।

ঢোল ঃ অসমৰ বাদ্যযন্ত্ৰৰ ভিতৰত ঢোল অন্যতম। এই ঢোল বাদ্য আলপাইন সকলৰ অৱদান। অসমৰ লোকবাদ্যৰ ভিতৰত ঢোলে বিশেষ স্থান অধিকাৰ কৰিছে। অসমীয়া সমাজত বিয়া, বিহু, ওজাপালি আদিত ঢোল ব্যৱহাৰ কৰা হয়। ঢোলৰ অবিহনে অসমীয়ালোক সংস্কৃতিৰ কথা, অসমীয়া গ্ৰাম্য জীৱনৰ সমাজ সংস্কৃতি, বিহুৰ কথা, জন-জীৱনৰ কথা কল্পনাই কৰিব নোৱাৰি। ঢোল কাঠৰ খোলাৰে দুয়োমূৰে জন্তুৰ ছালেৰে আবৃত্ত এবিধ বাদ্য। কাঠৰ খোলাটো সাধাৰণতে কঠাল, আম ইত্যাদি গছৰ ব্যৱহাৰ কৰা হয়।

ঢোল নিৰ্মাণ কৰিবৰ বাবে এহাত চাৰি আঙুল কাঠৰ প্ৰয়োজন। ঢোলৰ সোঁফালটো ঠেক আৰু সেই ফালটো মাৰিৰে বজোৱা হয় আৰু বাওঁফালটো কিছু বহল। সেই অংশটো হাতেৰে বজোৱা হয়। হাতেৰে বজোৱা ফালটোক আলি আৰু মাৰিৰে বজোৱা ফালটোক কোবা বোলে। ঢোলৰ খোলাটো যিমানে পাতল হয় তাৰ মাত সিমানে মিঠা হয়। দমৰা আৰু ছেউৰী গৰুৰ ছালেৰে ছোৱালে ঢোলৰ মাত অতি উত্তম হয় বুলি বিশ্বাস। ঢোলৰ বৰতিৰ বাবে বলধ গৰুৰ চামৰা, তালিৰ বাবে ছেউৰী গৰুৰ চামৰা আৰু কোবাৰ বাবে গাই গৰুৰ চামৰাৰ প্ৰয়োজন। বৰতি টানি নিৰ্দিষ্ট জোখত ৰখাৰ পিছত এটা ঢোল বজাব পৰা যায়। ঢোলৰ মাৰিডাল বুঢ়া জাতি বাঁহৰ পৰা সজা হয়।

ঢোল দেৱ বাদ্য বুলি কোৱা হয়। ই হ'ল অসমৰ আটাইতকৈ প্ৰাচীন

তথা গুৰুত্বপূৰ্ণ বাদ্য। ঢোলত শব্দত আকাশত মেঘ ওন্দোলাই আৰু সেই মেঘ বৰষুণ হিচাপে ঘৰলৈ নামি আহে। সেইদৰে ঢোলৰ মাত শুনিয়ে নাচনীজনীৰো ঘৰত ৰ'ব নোৱাৰি বিহুতলীলৈ দৌৰি যায়।

ঢোলত চাপৰ মাৰি ঢুলীয়া ওলালে
বহিবৈ আছিলো তাঁত,
টোপোলাৰে সেন্দুৰ টোপোলাতে থাকিলে
খাবলৈ নহ'লে ভাত।

ঢোলবাদ্য তৈয়াৰ কৰাৰ বাবে শিৱসাগৰ জিলাৰ দক্ষিন দিশত অৱস্থিত ঐতিহাসিক ঠাই ফুলপানীছিগা য'ত আহোম ৰজাই কুটীৰ শিল্পৰে নিপুন শিল্পী বহুৱাই গাঁও স্থাপন কৰি দিছিল। ফুলপানীছিগাৰ বিহু আৰু ঢোলৰ ঐতিহ্য অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে ৰজনজনাই আছিল—

আজি উৰুকা কালিলৈ ভুৰুকা
নাহৰ ফুল ফুলিবৰ বতৰ
ফুলপানীছিগাতে ঢোলৰ মাতে শুনি
গছকত ভাঙি যাওঁ যঁতৰ।
ন-পানী বাঢ়িলে চাপৰি বুৰিলে
লুইতত চৰিলে শিহু
কান্ধতে ঢোলেটি হাততে পেঁপাটি
পালেহি ৰঙালী বিহু।

পেঁপা ঃ মুখেৰে ফুদি বজোৱা বাদ্যযন্ত্ৰৰ ভিতৰত পেঁপা আটাইতকৈ জনপ্ৰিয় বাদ্য। বিহুৰ অপৰিহাৰ্য্য বাদ্য হৈছে মহৰ শিঙৰ পেঁপা। পেঁপা সাজিবলৈ ম'হৰ শিং পুৰঠ আগলি বাঁহেৰে নলিচা, নল খাগৰিৰে চুপতি আৰু গাঠি থকা আগলি বাঁহেৰে মুখনি প্ৰস্তুত কৰা হয়।

কিহেৰে কাটিলি পেঁপা সমনীয়া
কিহেৰে কাটিলি পেঁপা.
বাঁহৰে এচাৰি নলুৱা কটাৰী
তাৰে মই কাটিলো পেঁপা।

গাৰোসকলে পেঁপাক শিঙা, ডেউৰীসকলে বাঁহী, বড়োসকলৰ চিংফু, মিচিংসকলৰ পেঁপা, ডিমাচাসকলৰ মুৰী, খাচীয়াৰ শ্বৰাতি, ৰাভাৰ

চিংগা, কাৰ্বিসকলৰ থালন বোলে।

গগনা আৰণি গগনা পুৰণি
গগনা কিহেৰে বাওঁ
দুফালে দুচটি মাজতে এচতি
উশাহৰ টিপতে বাওঁ।

গগনা ঃ বিহুৰ নাচৰ লগত গগনাৰ নিবিড় সম্পৰ্ক আছে। বিহুৰ লগত জড়িত সুষিৰ বাদ্য গগনা অন্যতম। বিহুত ঢোল, পেঁপা, টকা যেনেদৰে এৰিব নোৱাৰা বাদ্য ঠিক তেনেকৈ গগনাক বাদ দি বিহুৰ কথা ভাবিবই নোৱাৰি। গগনাৰ প্ৰস্তুত প্ৰণালী জটিল। জেং নোলোৱা পকা পূৰঠ বাঁহ ছুৰী কটাৰীৰে বিশেষ ভাৱে চুৰুকি তাত মুগা সূতা সংযোগ কৰি মুখেৰে বজোৱা হয়। দুই ওঠৰ মাত জিভাখন অগাপিচা কৰি মাতটো সৰু ডাঙৰ ক'ৰিব পাৰি। গগনা সাজিবলৈ এচটা এক ইঞ্চিমান বহল আৰু সাত ইঞ্চিমান দীঘল বাঁহৰ আৱশ্যক। গগনা দুবিধ—লাহৰী গগনা আৰু ৰামধন গগনা। গগনাৰ বাঁহ চটা মাজৰ অংশত বাওঁফালৰ পৰা ক্ৰমে সৰু আৰু জোঙাকৈ কাটি এচটি জিভা তৈয়াৰ কৰা হয়। মূগা সূতা নোহোৱাকৈ হাতৰ তলুৱা বা আঙুলীৰে জোকাৰিও ইয়াক বজাব পাৰি। বিহুৱতীৰ সাজোন কাচোনে গগনাই যেনেদৰে সোনত সুৰগা চৰায় তেনেদৰে গগনাৰ কোমল মাতে মন উত্তাৱল কৰে। শুদ্ধকৈ মুখত ৰাখিব নেজানিলে গগনাৰ পৰা সুৰ সৃষ্টি কৰা সহজ নহয়।

বিহুৱতীৰ এৰিব নোৱাৰা অপৰিহাৰ্য বিহু বাদ্য হ'ল গগনা। লাহৰী গগনা আকাৰত সৰু আৰু ছোৱালীয়ে খোপাত গুজি বিহুত নাচে। বিহুৱা ডেকাই ৰামধন গগনা বজায়।

কোনেনো বজালে লাহৰী গগনা
কিনো অমাতৰ মাত,
সেইনো মাতে শুনি দেওৰাজ হাঁহৰ
দেওধনি লাগিছে গাত।

বিহুত ঢোলৰ মাতে যেনেদৰে সকলোৰে মন বলিয়া কৰে তেনেকৈ গগনাৰ শুৱলা মাতে বিহুৱা ডেকাৰ মন বিয়াকুল কৰি তোলে। গগনা নোহোৱাকৈ বিহুৱতীয়ে মঞ্চত বিহু প্ৰদৰ্শন কৰিব নোৱাৰে। চেনাইধনে খোপা উকা দেখি

গগনা সাজি উপহাৰ দি মনৰ কথা ব্যক্ত কৰে। বিহুৱা ডেকাই গগনা বজোৱা শুনিলে গাভৰুৰ গাত ত'ত নাইকীয়া হয়। বিহুগীতেৰেই গায়—

উৰিয়ামৰ খুবলি চাৰি আঙুল মুকলি
বকুল বৰা ধানৰ কড়াই
ত'তে শুনিলো সুৰতে বুজিলো
মোৰ ধনে গগনা বজায়।

গগনা বিভিন্ন জনগোষ্ঠীৰ মাজতো অতি প্ৰিয়। মিচিং সকলৰ গুংগাং, বড়োসকলৰ গংগনা, ৰাভা সকলৰ গমেনা, ডিমাছাসকলৰ কাৰাংডোবাং নামে জনা যায়।

বসন্তকাল অহাৰ লগে লগেই গগনাই যেন প্ৰাণ পাই উঠে। আজিকালি প্ৰতিযোগিতা সমূহেও গগনাক অধিক আকৰ্ষিত কৰিছে।

টকা ঃ বিহুৰ লগত জড়িত অসমৰ অন্যতম অপৰিহাৰ্য বাদ্য হ'ল টকা। ভলুকা, জাতি বা বিজুলী বাঁহেৰে টকা বনোৱা হয়। বাঁহৰ দুইমূৰে গাঁঠি থকা এপাব বাঁহ লৈ ভালকৈ চিকুনাই, চাফা কৰি সৰুফালৰ গাঁঠিটোৰ তলফালে ৮/৯ ইঞ্চিমান কোনিয়াকৈ দুয়োফালে কাটি এৰুৱাই পেলাব লাগে যাতে পেলোৱা অংশই হাত সুমুৱাই ধৰিব পাৰে। সেইদৰে ডাঙৰ ফালটো সমানে দুফাল কৰি ফালি ফাক কৰি ল'ব লাগে। কাটি এৰুৱা অংশৰ এটা অংশ হাতেৰে ধৰি আনটো ফাল বাওঁ হাতৰ তলুৱাত কোবাব লাগে। বজোৱাৰ লগে লগে শব্দ হয়। টকা দুবিধ— হাত টকা আৰু মাটি টকা। হাত টকা চুটি আৰু হাতেৰে বজায়। মাটি টকা ডাঙৰ আৰু জীঘল মাটিত পেলাই বজোৱা হয়। হুচৰি, জেংবিহুত টকা ব্যৱহাৰ হয়। টকাৰ টক্ টক্ মাতটোৱে কব নোৱাৰাকৈয়ে জগাই তোলা বিহুৰ উন্মাদখিনি বিহুগীততে পৰিস্ফুট হৈছে—

টকাৰ সৰু সৰু মাতে সমনীয়া
টকাৰ সৰু সৰু মাত,
টকাৰ মাতে শুনিৰ'বকে নোৱাৰো
বিহু বিহু লাগিছে গাত।
ঔৰে গছতে মৌৱে বাহে ল'লে
ককাই পাৰি দিয়া খাওঁ,

বাঁহৰে টকাটি
সাজি দিয়া ককাইটি
বিহু মাৰিবলৈ যাওঁ।

সুতুলী ঃ মাটিৰে গঢ়া বিহুৰ লগত জড়িত আন এবিধ বাদ্য হ'ল সুতুলী। এই বিধ বাদ্য আগৰ দিনত গৰখীয়া ল'ৰাইহে ব্যৱহাৰ কৰিছিল। সময়ৰ সোঁতত এই বাদ্য বিহুৰ বাদ্য হিচাপে ব্যৱহাৰ কৰা হয়। সুতুলী বেলেগ বেলেগ আকাৰত বনোৱা হয়। ঘট্ এটাৰ দৰে, জোনটোৰ দৰে, কেতিয়াবা কুকুৰা কণীৰ দৰে সজা হয়। সুতুলী মুখেৰে বজোৱা হয়। সুতুলী সাজিবলৈ লিকতা মাটি লাগে। সেই কাৰণে কেকোঁৰা গাতৰ মাটিৰে সুতুলী বনালে ভাল হয়। বিহুতলীত বিহুৱাই সুৰ লগাই গাই—

মাটিৰে সুতুলী বজালে বজাব
ফুৰালে ওলাব মাত,
কঁকাল ভাঙি ভাঙি নাচিবি নাচনী
ধৰি যাওঁ নামৰে জাত।
সুতুলী সুতুলী মাটিৰে সুতুলী
সুতুলী কিহেৰে বাওঁ
কঁকালৰ খোচনিত সুতুলী আনিছো
আঙুলি বুলায়ে বাওঁ।

তাল ঃ উৎসৱ,বিহু অনুষ্ঠানত তাল ব্যৱহাৰ কৰা হয়। তাল কাঁহেৰে নির্মিত বাদ্য। তাল কেইবা প্রকাৰৰো আছে। যেনে— বিহুতাল, খুঁটি তাল, বৰতাল, ভোৰতাল, পাতিতাল আদি। হুচৰিত বৰতাল বা ভোৰতাল বজোৱা হয়। বিহুতাল বিহুনাচ আৰু ওজাৰ লগত ব্যৱহাৰ হয় কাৰণে বিহুতাল বা ওজাতাল বোলে।

বিহু অথবা উৎসৱ পাৰ্বনৰ অপৰিহাৰ্য এই বাদ্যসমূহ হৈছে অসমীয়া সংস্কৃতিৰ অমূল্য সম্পদ। ■

# বিহুৰ জাতনাম

পূজাশ্ৰী বৰগোঁহাই

সাধাৰণতে মূল বিহুফাঁকিৰ আগত, পাছত আৰু কেতিয়াবা মাজত বিহুৰ কোনো জাত বা খণ্ডনাম সংযোগ কৰি ৰজিতা খুৰাই গোৱা বিশেষ ধৰণৰ বিহুনামক জাতনাম বুলি কোৱা হয়। গতিকে—

জাতনাম = মূল বিহুনাম + বিহুৰ জাত বা খণ্ডনাম = বিহুৰ জাত বা খণ্ডনাম + মূল বিহুনাম = মূল বিহুনামৰ এক পংক্তি + জাতনাম বা খণ্ডনাম + মূল বিহুনামৰ পিছৰ পংক্তি।

উদাহৰণ ঃ

জাতনাম = মূল বিহুনাম + বিহুৰ জাতনাম

(১) = আমে পাত সলালে + অ' বনৰ বগৰী

= বিহুৰ জাতনাম + মূল বিহুনাম

(২) = অ' চেনি বাখুৰ ঐ + আজি বিহু বিহু

= মূল বিহুনামৰ এক পংক্তি + জাতনাম + মূল বিহুনামৰ পিছৰ পংক্তি

(৩) = কলৈ যাম কি কৰিম + হয় ঐ +

ক'তে সোমাই মৰিম .

উপৰোক্ত উদাহৰণৰ পৰা মূল বিহুনাম ফাঁকিৰ আগত, পাছত আৰু মাজত কেনেকৈ বিহুৰ জাত বা খণ্ডনাম সংযোগ কৰি জাতনামৰ সৃষ্টি কৰিব পাৰি, সেই বিষয়ে আমি ভালদৰেই উপলব্ধি কৰিব পাৰিছো।

অৱশ্যে, কিছুমান জাতনাম মূল বিহুনাম ফাঁকিৰ সহায় নোলোৱাকৈও গাব পাৰি।

উদাহৰণ ঃ অ' তৰা পখিলা
বিহু আহে কেতিয়া
নাহৰ ফুলে যেতিয়া
তগৰ ফুলে যেতিয়া
পখিলা হৈ উৰিবৰ, উৰিবৰ মন।

জাতনামবোৰৰ সৃষ্টি মূল বিহুনাম আৰু যোৰানামৰ পাছতেই হৈছিল বুলি জনা যায়। বিহুনামৰ জাতবোৰ এটা শব্দৰ পৰা আৰম্ভ কৰি একাধিক শব্দ; এশাৰী জাতৰ পৰা একাধিক শাৰীও হ'ব পাৰে।

উদাহৰণস্বৰূপে— ঐ, হায়ে, দেহি ঐ, হায়, হায়, বৈ বৈ ৰতি মইনামতি, জিন জিন জিৰা মইনা হেৰা, হেৰেপ ঐ জেৰেপ হৈ, কলীয়ালতা সোণটি হেৰা, অ' সখী মিলনদৈ, ঐ বাই জেউতী / ঐ ঐ বাই মালতী ঐ, চেনাইটি ঐ, অ' নাজিতৰা, অজানৈ-নিজানৈ, নাচনী / ঐ অ' মোৰ সোনাই ঐ— আদি জাত বিহুনামত ব্যৱহাৰ কৰা হয়।

মুকলি বিহু, হুঁচৰিৰ বিহু আৰু গাভৰু বিহুত জাতনাম গাব পৰা যায়। কিন্তু মুকলি বিহু আৰু গাভৰু বিহুত গোৱা সকলো জাতনাম হুঁচৰিৰ বিহুত গোৱা নহয়। মুকলি বিহু, গাভৰু বিহু আৰু হুঁচৰি বিহুত গোৱা জাতনামৰ মাজত ভাবাৰ্থ অনুসৰি যথেষ্ট পাৰ্থক্য আছে। মুকলি বিহু আৰু গাভৰু বিহুত গোৱা জাতনামবোৰ বিশেষকৈ প্ৰেম-পীৰিতিমূলক। আনহাতে হুঁচৰি বিহুত গোৱা জাতনামবোৰ বিশেষকৈ অপীৰিতিমূলক।

জাতনামবোৰ সাধাৰণতে সহজ-সৰল। মূল বিহুনামৰ লগত জাতৰ এটা সম্পৰ্ক আছে। সাধাৰণতে দুইটাৰে ভাৱাৰ্থও একে হ'ব লাগে। বিহুৰ জাতবোৰ মূল বিহুনামৰ লগত সম্পৰ্ক স্থাপন কৰি অৰ্থ বহন কৰিব লাগে। কেতিয়াবা আকৌ কোনো জাতে অৰ্থ বহন নকৰিবও পাৰে। তেনে অৰ্থ

বহন নকৰা জাতনামবোৰ গালেও চন্দ মিলৰ বাবে শুনিবলৈ শুৱলা হয়। জাতনামবোৰ বিভিন্ন সুৰত গাব পৰা যায়। একেটা বিহু অনুষ্ঠানতে ভিন্ ভিন্ সুৰত জাতনামবোৰ গালে বিহুৰ অনুষ্ঠানটো আকৰ্ষণীয় হৈ পৰে।

বিহুৰ জাতনামবোৰক দুটা ভাগত ভগাব পাৰি— (ক) স্বতন্ত্ৰমূলক জাতনাম আৰু (খ) অস্বতন্ত্ৰমূলক জাতনাম। অৱশ্যে বিভিন্ন লোকে ইয়াৰ নামকৰণ বেলেগ প্ৰকাৰেও কৰিব পাৰে।

(ক) স্বতন্ত্ৰমূলক জাতনাম ঃ

যিবোৰ বিহুৰ জাতনাম মূল বিহুনাম ফাঁকিৰ সহায় নোলোৱাকৈ অৰ্থাৎ স্বতন্ত্ৰভাৱে গাব পাৰি, সেইবোৰ বিহুৰ জাতনামক স্বতন্ত্ৰমূলক জাতনাম বুলি কোৱা হয়।

উদাহৰণস্বৰূপে ঃ

এ; চম্পা—ৰাখিবানে হালোৱা
এ; চম্পা—গোবৰ জাবৰ পেলোৱা
এ; চম্পা—ভাত দিবা চোতালত
এ; চম্পা—বাৰীৰ কলাপাতত
এ; চম্পা—শুবলৈনো ঠাই দিবা
এ; চম্পা—গোহালিৰে এচুকত।

এই জাতনামটো বিহুৰ কোনো মূল বিহুনামৰ লগত সংযোগ হোৱা নাই। গতিকে এনে ধৰণৰ জাতনামবোৰেই হৈছে স্বতন্ত্ৰমূলক জাতনাম।

(খ) অস্বতন্ত্ৰমূলক জাতনাম ঃ

যিবোৰ বিহুৰ জাতনাম মূল বিহুনাম ফাঁকিৰ সহায় লৈ গোৱা হয়, সেইবোৰ জাতনামকে অস্বতন্ত্ৰ জাতনাম বুলি কোৱা হয়।

উদাহৰণ ঃ

মূল বিহুনাম ঃ

তিতাকৈ কেৰেলাখালেহে বুজিবা
মুখত কেনেকুৱা লাগে,
আমাৰে ঘৰলৈ গ'লেহে বুজিবা
মৰম কেনেকুৱা লাগে।

জাতনাম ঃ

তিতাকৈ কেৰেলা—অ' বনৰ বগৰী
খালেহে বুজিবা—অ' বনৰ বগৰী
মুখত কেনেকুৱা লাগে—বনৰ বগৰী
হবা জানো লগৰী
দিবা জানো মৰমৰ মৰমৰ মাত।
আমাৰে ঘৰলৈ—অ' বনৰ বগৰী
গ'লেহে বুজিবা—অ' বনৰ বগৰী
মৰম কেনেকুৱা লাগে—বনৰ বগৰী
হবা জানো লগৰী
দিবা জানো মৰমৰ মৰমৰ মাত।

উক্ত জাতনামটো বিহুৰ মূল বিহুনামৰ লগত সংযোগ হৈহে সৃষ্টি হৈছে। গতিকে এনেধৰণৰ বিহুৰ জাতনামক অস্বতন্ত্ৰমূলক জাতনাম বুলি কোৱা হয়।

আমি নামাকৰণ কৰা স্বতন্ত্ৰমূলক আৰু অস্বতন্ত্ৰমূলক বিহুৰ জাতনামবোৰক ভাৱাৰ্থ আৰু বিষয়বস্তু অনুযায়ী কেইবাটাও ভাগত ভাগ কৰিব পাৰি। সেইবোৰ হৈছে—

(১) কৃষিমূলক ঃ

মোৰে বহনা অ'—হালিজালি টুপনি
ধৰে বহনা অ'—কুঁলিৰ মাতে টুপনি
বাঙে বহনা ঔ—ঢোলৰ মাতে
পেঁপাৰ মাতে
বলীয়া কৰে। —জাতনাম
বিহুৰে বিৰিণা—অ' মোৰ সোণাই ঐ
পাতে সমনীয়া—অ' মোৰ সোনাই ঐ
বিহুৰে বিৰিণা পাত—কি নিফাত ফাত
দোকানৰ চেদা পাত
দেহাটি সোনাই ঐ
সাদৰে লগাই যাম মাত। —

অস্বতন্ত্ৰমূলক জাতনাম

(২) প্ৰকৃতিমূলক ঃ

আকৌ কি নাহৰ পাত
মইনাৰ মিঠা মাত,
আকৌ কি পলাশ পাত
চেনাইটিৰ মিঠা মাত
দেহাটি সোনাই ঐ
নিজানত লগাব লগাব মাত। —স্বতন্ত্ৰমূলক জাতনাম

চ'তে গৈয়ে গৈয়ে — অ' লিলিমাই
বহাগে পালেহি—অ' লিলিমাই
ফুলিলে ভেবেলি লতা অ' লিলিমাই
মৰনৈ দাঁতিলৈ উজাই যা
জেতুকা পাতেৰে দেহাটি
পদুমৰ কলিটি
ৰ'দ পাই মুকলি
বতাহ পাই মুকলি হ'ল। —অস্বতন্ত্ৰমূলক জাতনাম

(৩) প্ৰেমমূলক ঃ

বাৰীত নেমু আছে নাই
আছে নেমু পকা নাই
অতীতৰ দিনলৈ
মনত জানো পৰা নাই। —স্বতন্ত্ৰমূলক জাতনাম

জান ঐ—কলৈ যাম কি কৰিম
জান ঐ—কতে সোমাই মৰিম
জান ঐ—জান ঐ ক'লৈ গ'লে পাহৰিম পাহৰিম তোক।
জান ঐ—মিচিমি আহিব
জান ঐ—বৰেবিহ আনিব
জান ঐ জান ঐ—তাকে খাই পাহৰিম পাহৰিম তোক। —স্বতন্ত্ৰমূলক জাতনাম

(৪) মাননীমূলক ঃ

অ' বৰদেউ দুপৰীয়া নিজানত

পিচফালৰে চোতালত,
ফুল গামোচা বৈছিলা
অ' বৰদেউ বহিনো তাঁতৰ পাতত
সেই গামোচা ল'বলৈ
অ' বৰদেউ নিলিখিলে কপালত। —স্বতন্ত্ৰমূলক জাতনাম

খুটিতে পৰিলে—অ' মোৰ সোনাই ঐ
জিয়াঁ সমনীয়া—অ' মোৰ সোনাই ঐ
খুটিতে পৰিলে পৰিলে জিয়াঁ;
তললে মূৰ কৰি—অ' মোৰ সোনাই ঐ
গুণিব নালাগে—অ' মোৰ সোনাই ঐ
দক্ষিণা উলিয়াই উলিয়াই দিয়া। —অস্বতন্ত্ৰমূলক জাতনাম

এনেধৰণৰ বিভিন্ন জাতনামেৰে আমাৰ অসমীয়াৰ বিহুনাম পৰিপুষ্ট। বৰ্তমান সময়ত আমি নৱপ্ৰজন্মই এই বিহুৰ জাতনামসমূহক সংৰক্ষণ আৰু বহনৰ গধুৰ দায়িত্ব সাদৰেৰে গ্ৰহণ কৰি প্ৰতিপলে দায়িত্ব পালন কৰিবৰ বাবে দায়বদ্ধ হ'ব লাগিব। ■

(সহায়ক ঃ তেজপুৰৰ নৰহৰি চুতীয়া)

নৰ্থ লখিমপুৰ মহাবিদ্যালয় (স্বায়ত্ত শাসিত)
ভূগোল বিভাগ

# বিহুৰ লগত গামোচাৰ সম্পৰ্ক

মীনা ফুকন হাজৰিকা



"ৰাতি দুপৰলৈ কাটি সূতালাহি
ধনলৈ বিহুৱান ব'লো,
ৰঙাকৈ আঁচুৰে বাচি পানেকটা
টিপতে লুকুৱাই থ'লো।"

অসমীয়া জাতিৰ এক নিত্য ব্যৱহাৰ্য সম্পদ হৈছে গামোচা। ৰঙাকৈ আঁচুৰে ফুলামকৈ গামোচাখন প্ৰতিটো জাতি-গোষ্ঠীৰ অতি আদৰৰ, অতি হেঁপাৰৰ, অতি সন্মানৰ সম্পদ। ৰঙা আচুঁৰে বগা গামোচাখন কাৰোবাৰ ডিঙিত দেখিলেই অনুমান হয়, এইজন নিশ্চয় অসমীয়া মানুহ। বেলেগ ৰাজ্যত হ'লে চিনি পোৱাত আৰু সহজ হয়। অন্য ৰাজ্যত সুলভ নোহোৱা

এই গামোচাখনৰ এক সুকীয়া বৈশিষ্ট্য আছে। অতি আদৰৰ এই গামোচাখনৰ একোটা জাতিৰ চিনাকি আৰু জাতি সত্তাৰ মূলধাৰ বুলি কোৱা হয়। এই গামোচাখনে ব'হাগ বিহুত বিহুৱান নামেৰে অসমীয়া জাতিৰ ঐতিহ্য আৰু পৰম্পৰা জীয়াই ৰাখিছে। বিহুৱান স্নেহ আৰু শ্ৰদ্ধাৰ প্ৰতীক। নতুন বছৰৰ আগমনত বিহু কেইদিনত এই বিহুৱান অৰ্থাৎ গামোচাখনেৰে ডাঙৰক মানধৰা আৰু সৰুক উপহাৰ দিয়া হয়। গামোচাখন সকলোৰে বৰ প্ৰয়োজনীয় বস্তু। গাধুই উঠি গা মচিবৰ বাবে দৰকাৰ, ভৰি-হাত হাত ধুই মচিবৰ বাবে দৰকাৰ, ভাতখাই উঠি মুখ মচিবৰ বাবে দৰকাৰ। গাৰ প্ৰতিটো অঙ্গ মচিবৰ বাবে ব্যৱহাৰ হোৱা বাবেই হয়তো ইয়াৰ নাম গামোচা।

"কোন কুমাৰৰ চৰু সমনীয়া
কোন কুমাৰৰ চৰু,
শৰাইৰে লগতে গামোচা নিদিলা
ৰাইজক দেখিলা সৰু।"

মৰমৰ দীঘ, চেনেহৰ বানি আৰু হেঁপাহৰ আঁচুৰে বোৱা গামোচাখনে বাপতি-সাহোন ব'হাগ বিহুত এক সুকীয়া স্থান দখল কৰিছে। বিহুৱা-ডেকাই বিহুত বিহু মাৰিবলৈ যাওঁতে মূৰত গামোচা, কঁকালত গামোচা বান্ধিবই লাগিব। অসমত বসবাস কৰা প্ৰতিটো জাতি-জনগোষ্ঠীৰ লোকৰে নিজ নিজ জাতিৰ বৈশিষ্ট্যপূৰ্ণ অতি আদৰৰ গামোচা আছে। সেইবাবে বিভিন্ন নামেৰে নামাকৰণ কৰা দেখা যায়। সকলোৱে নিজৰ নিজৰ পৰম্পৰা ৰাখি উৎসৱ পাৰ্বনত গামোচা ব্যৱহাৰ কৰে। আমাৰ অসমীয়া সমাজত ব'হাগ বিহুত হুঁচৰি যোৱাকো ঘৰৰ জীয়াৰী বা বোৱাৰীয়ে শৰাইত তামোল-পান, অৰিহণাৰ লগত গামোচা এখনো আগবঢ়ায়। নিদিলে বিহুৱা ডেকাই বিহুনামত গায় —

"ই বোলে শিপিনী সি বোলে শিপিনী
শিপিনী কিমানৰ কাজা,
ফুলামকৈ গামোচা উলিয়াই নিদিলে
শিপিনীক থেকেচিম আজি।"

অসমীয়া সমাজত ব'হাগ বিহু গামোচা উপহাৰ দিয়াতো পৰম্পৰা। বিহুত ঘৰলৈ অহা মিতিৰ-কুটুম, সম্বন্ধীয়, বন্ধ-বান্ধৱক এখনি ফুলাম গামোচা দি বিহুৰ ওলগ জনোৱা হয়। শহুৰ, বৰজনা আৰু মান্যজনক গামোচা সহিতে

তামোল-পাণ আগবঢ়াই বিহুৰ দিনা ঘৰৰ বোৱাৰীয়ে সেৱা কৰে। তেওঁকো বছৰটোলৈ সুখেৰে থকাৰ আৰ্শীবাদ দিয়ে। এই ব'হাগ বিহুতে বিহুৱা চেনাইক দিবলৈ নাচনী চেনেহীয়ে আঁচুবুলীয়া, ভমকা ফুলীয়া একোখন গামোচা বৈ উলিয়ায়। বিহুৱা-নাচনীয়ে বিহুৰ দিনতে ইজনে-সিজনৰ ওপৰত বিশ্বাস ৰাখি এবুকু মৰম যাচে। বিহুৰ দিনা এখনি ফুলাম গামোচা টিপতে চেনাইক দিবলৈ পালে নাচনীয়ে গৰ্ব অনুভৱ কৰে। যদি গামোচা দিব নোৱাৰে তেতিয়া প্ৰেমিক চেনায়ে বিহুগীত গায়—

"উলটি উভতি কৰ তাঁতবাটি
হাতত ৰঙা আঁচু লৈ,
ইমান কাজী হৈ কিনো ভাল কৰিলি
নিদিলে গামোচা বৈ।"

প্ৰেম-সৰোবৰত সাতুৰি-নাদুৰি ফুৰা ঢুলীয়া-নাচনীৰ পিৰিতীৰ বান্ধ মজবুত কৰি ৰাখিবৰ বাবে নাচনীৰ মন পাবলৈ চেনাইয়ে চেষ্টা কৰে। নাচনীয়েও চেনাইক মনৰ কথা কবৰ বাবে সুৰুঙা বিচাৰি ফুৰে। বিহুৰ বতৰত মুকলি পথাৰত বিহুৱা চেনাইয়ে ম'হৰ পিঠিত উঠি চেনেহীৰ মন পাবৰ বাবে ম'হৰ শিঙৰ সুৰীয়া পেঁপা বজায়। কলীয়া পেঁপাৰ বলিয়া সুৰটোৱে তাঁতশালত তাঁত বৈ থকা চেনেহীৰ মনত বিহুৰ বতৰা দিয়ে আৰু তাঁতৰপাতত মন নবহি দিহিঙে-দিপাঙে ঘূৰে।

"ম'হৰ শিঙৰ পেঁপাটি নবজাবা চেনাইটি
মন মোৰ কেনেবা কৰে,
পেঁপাৰ মাত শুনি তাঁত ব'ব নোৱাৰো
মাঁকো সৰি সৰি পৰে।"

অকল বিহুৰ সময়ত হে যে গামোচাখনৰ প্ৰয়োজন হয় এনে নহয়। দৈনন্দিন বিভিন্ন কামত যিকোনো সময়ত আমাৰ গামোচাখন ব্যৱহাৰ হয়। বিবাহ, সকাম আদিত গামোচা ন'হলেই নহয়। গামোচা খনৰ অত্যন্ত প্ৰয়োজন মাঙ্গলিক অনুষ্ঠানবোৰত। সকাম এটা পাতিলেও নামতি, পাঠেকক গামোচা একোখন দিয়াৰ উপৰিও সেৱা-সৎকাৰ কৰিবলৈ ডিঙিত গামোচাখন লাগে। এই গামোচাখন মণিকুটৰ থাপন, কীৰ্ত্তন, নামঘোষা, গীতা, ভাগৱত আদি ধৰ্মগ্ৰন্থসমূহ ঢাকি ৰাখিবলৈ ব্যৱহাৰ কৰা হয়। এনেবোৰ গামোচাত কীৰ্ত্তনৰ, পদ, ঘোষা আদি কাপোৰত তুলি নিপুণ শিপিনীৰ পাৰদৰ্শিতা

দেখুওৱা হয়। অতি আদৰৰ, সন্মানৰ চিহ্ন এই গামোচাখনতেই সোমাই থাকে এগৰাকী শিপিনীৰ শিল্পমনৰ নিদৰ্শন। অসমীয়া জাতীয় সংস্কৃতিক আগবঢ়াই বিশ্বদৰবাৰত স্থান লাভ কৰা আমাৰ শিপিনীসকলৰ নিপুনতা আৰু বুদ্ধিমত্তাৰ সুন্দৰ ভাবে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। বিহুনামতো সুন্দৰ ভাৱে প্ৰকাশ পায় —

"মৰমৰ দীঘদি চেনেহৰ বাণিৰে
হেঁপাহৰ আঁচুৰে বোৱা,
ৰঙাকৈ আঁচুৰে ফুলাম মোৰ বিহুৱান
হেঁপাহৰ এবেলি লোৱা।"

বিহু আহিলে যেনেতেনে গামোচাখন যোগাৰ কৰা হয়। ফাগুন চ'ত মাহ সোমোৱাৰ পৰা শিপিনীৰ তাঁতৰ খিট-খিটনি শুনিবলৈ পোৱা যায়। এই শব্দ শুনি বিহু অহাৰ উমান পোৱা যায়। তাঁতবোৱা, ফুলবচাও ব্যস্ত শিপিনীৰ গাত ত'ত নাই নাই। বিহুৰ আগতে গামোচা বৈ উলিয়াব লাগিব। আনৰ শালৰ গামোচা ওলালেনে নাই তাৰো খবৰ ৰাখে শিপিনীয়ে। মুঠতে শিপিনীৰ খদ্‌মদম। গামোচা সাধাৰণতে চাৰি প্ৰকাৰৰ বুলি আমি জানো। ফুলাম গামোচা, শুচিসূচক গামোচা, আনাকাটা গামোচা আৰু সাধাৰণ গামোচা। গাঁও অঞ্চলৰ অসমীয়া মানুহৰ উপৰিও জনগোষ্ঠীয় লোকসকলে এই সাধাৰণ গামোচাখন পিন্ধিয়ে কামবন কৰে। ফুলাম গামোচা বিহুৰ অপৰিহাৰ্য। ডেকা-গাভৰুৰ প্ৰেম, ভালপোৱাৰ অপূৰ্ব চানেকী বিহুৱানখন। আনাকাটা গামোচা মাঙ্গলিক কামত ব্যৱহাৰ কৰা হয়। এই গামোচাত ওঁহি থাকে। গামোচাখন দীঘলে চাৰিহাত আৰু বহলে, আঢ়ৈ হাত। শুচিসূচক গামোচাখন নামঘৰ থাপনাত পাৰে আৰু খুটাত মেৰাই থোৱা হয়। ইয়াত কীৰ্ত্তনৰ আহিঁত ফুল তোলা হয়।

"ৰৰৰে ঢপলা পাত সমনীয়া
ৰৰৰে ঢপলা পাত,
আমাৰে শৰাইতে গামোচা নাপালে
শৰাইতে নেমেলো হাত।"

অসমীয়া সমাজত বিহু উৎসৱৰ উপৰিও সকলো সামাজিক উৎসৱতেই গামোচাৰ প্ৰচলন আছে। সভা-সমিতি পাতিলেও নিমন্ত্ৰিত অতিথিক ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জনোৱা হয়। বিয়াততো কথাই নাই,

গামোচা নহ'লে উপায় নাই। ল'ৰাই-ছোৱালী চাবলৈ আহিলে প্ৰথমে গামোচাৰে আৰম্ভ কৰা হয়। আগতে কইনাই নিজে বৈ-কাটি ডাঙৰ ফুলৰ গামোচা যোগাৰ কৰি ৰাখিছিল। নামনি অসমত বিয়াত দৰাক আনাকাটা গামোচা দিয়ে। বাকী দৰাঘৰৰ বংশ, পৰিয়াল, মিতিৰ-কুটুম আদিক ফুলাম গামোচাৰ মানধৰা হয়। গামোচাখন বৰ মানী বস্ত্ৰ। ই পৰম্পৰা জীয়াই ৰাখে।

সময়ৰ অগ্ৰগতিৰ লগে লগে সমাজৰো পৰিবৰ্তন হৈ আহিছে। আজিৰ বিজ্ঞানৰ যুগত অসমীয়া শিপিনীয়ে গৰকাত ভৰি থৈ খট-খটাই থকা তাঁতশাল শব্দ নোহোৱা হৈছে। তাৰ ঠাই লৈছে বাহিৰৰ পৰা অহা গামোচা বা অন্য কাপোৰে। এতিয়া বিহুৰ বতৰত বজাৰত উপলব্ধ হাজাৰ হাজাৰ বাহিৰৰ পৰা অহা গামোচা। নিজৰ প্ৰচণ্ডৰ অসমীয়া শালত বোৱা গামোচা পাবলৈ টান। আমাৰ নিজৰ শালত নিজৰ হাতৰ পৰশ পৰা গামোচাখনৰ যেন সদায় সমাদৰ থাকে তাৰে কামনা কৰিছো। ■

# জাপি

অৰ্চনা গোহাঞি বৰুৱা

বিতোপন প্ৰকৃতিৰ অনাবিল সমাহাৰে।
ৰঙালীৰ পাৰা হীন ৰং,
শীতক চেৰ পেলায় আহিলে বসন্ত,
উৎসৱৰ মহা আলোড়ণ।
বসন্ত ঋতুৰে মধুময় আবেশেৰে,
অসমীয়া জাতীৰ উথলিল হৃদয়ৰ ৰং,
বহাগ অসমীয়া আয়ুস ৰেখা,
গা কৰে সাতখন-আঠখন।
কঁমুৱা তুলা হৈ উৰে হৃদয়, আৰু মন
অসমীয়া ডেকা-গাভৰুৰ ৰূপ-লাৱণ্যই
প্ৰকৃতিৰ এই পৰিৱেশকো প্ৰত্যহ্বান জনায়।
বিহুৱতী গাভৰুৰ লয়-লাস ভংগীগাৰে ধৰণী কপায়।
বিহুগীতৰ তালে তালে বিহুৱতী যৌৱন উঠলি উঠে,
অসমীয়া হৃদয়ৰ নিভৃত কোনত,
বাজি উঠে ঢোল-পেপাঁৰ সুৰীয়া সুৰ
ঢোলৰ গুম-গুমণি, পেপাঁৰ টিহিটি মাত
গগনাই বুকু কম্পন কৰা চেৰৰ আস্বাদনে
উৎফুল্লিত কৰি তোলে বিহুবলিয়া
প্ৰতিগৰাকী অসমীয়া দেহে মনে
বিপুল সম্ভাৰে বহাগক আদৰে।
বসন্তৰ আগজাননিত কুলি কেতেকী নানা চৰাই মধুৰ গুঞ্জন
বিহুৱতীয়েওঁ চেনাইলৈ বিহুৱান বয়
টিপতে লৈ আনে বিহুৱানখনি।
হাতত লৈ আহে সৰুদৈয়া জাপি।
পেপাঁ-ঢোলৰ চেৰে চেৰে,
দেহৰ ভাঁজে ভাঁজে জাপি ঘনাই লৰে,
ঢুলিয়াই বিহুনাম, কিৰিলি পাৰিল।
চালে চকুৰোৰা নাচনি জিলিকি উঠিল। ■

# ছবি

পূজা নেওগ

অনুৰাধা দেশত
বিলীন হ'ব খোজা
দুটি মৰমৰ ছাঁ
তোমাৰ আৰু মোৰ
হিয়াই কোৰা বহু গোপন কথা ।
আঁকিব বিচৰা নাই মই
মচি যাব খোজা
দুটি খোজৰ ছবি। ■

# বাপতি সাহোন আকৌ আহিছে

চন্দন বাচফোৰ (ওম)

বাপতি সাহোন আকৌ আহিছে
লগত লৈ আনিছে
কোনোবা প্ৰেমিকে আপোনজনলৈ
মৰম যুগোতাই অলেখ ভালে পোৱাক
শুভ্ৰ কাগজৰ বোকোচাত
নীলা কলমৰ আখৰক
খোদিত কৰি লিখা চিঠিখনক
পহিলা বহাগৰ দিনাখন দিবলৈ......।
চহৰৰ যান্ত্ৰিকতাৰ মাজে মাজে
বিহুৱা সকলে সকলো পাহৰি
এইবাৰৰ ৰঙালিক জাকত জিলিকা কৰিবলৈ।
হুঁচৰিৰ সুৰ গুণ গুণাই থাকোতে
দূৰৈৰ পৰাই শুনিবলৈ পাইছো.....
বিহুৱতীয়ে তাঁতশালত মাকো মাৰি
প্ৰতিজনে নিজৰ জনলৈ
আলফুলীয়া চেনেহৰে বৈ ওলোৱা
ফুলাম বিহুৱান একোখনৰ সৈতে
বসন্তৰ মাদকতাক অণুভৱ কৰিবলৈ
মুগাৰ সাজেৰে সাজি
কপৌ ফুলপাহ খোপাত গুজিলৈ
বিহুৰ ৰভাথলিত বৈ আছে....।

# স্মৃতি

নীৰৱ জ্যোতি বৰদলৈ

মোৰ প্ৰিয় সেই স্মৃতিৰ পাপৰি
আজি মাথো এক তলসৰা শেৱালিঙ্গ
ছাইত পৰিণত আজি
মোৰ সেই আকাংক্ষাৰ স্ফুলিংগ,
কোনে বা বুজিব, কোনে বা বুজাবঙ্গ
শলিতা বিহীন চাকিটিকো জানো
প্ৰজ্জ্বলিত কৰিব পাৰিব?? ■

# বতৰ

দীপশিখা টাইদ

শেৱালী বুটলা শিশুজাক
এতিয়া ডাঙৰ হ'ল
সিহঁতক বতৰে
গৰকিবলৈ ধৰিলে,
শেৱালী দেখিলে
এতিয়া সিহঁতে কয়,
"শেৱালীৰ বতৰ যাবলৈ হ'ল।" ■

# সপোনবোৰে খেদি ফুৰে অহৰহ

প্ৰকাশ বৰপাত্ৰ গোঁহাই

ব্যস্ততাৰ জাবৰ খুচৰি ফুৰোতেই
পাৰ হৈ যায় একো একোটা দিন
সপোনবোৰে খেদি ফুৰে অহৰহ
সপোনৰ মৰীচিকা খেদি খেদি
জীৱনটো দুলি আছে
অনিশ্চয়তাৰ দোলনাত

ব্যস্ত জীৱনৰ প্ৰতিটো দিনতেই
লগ পাঁও সপোনবেছা বেপাৰীবোৰ আৰু
নিঃকিন গ্ৰাহকবোৰ
মোৰ দৰে যায়
আশা আৰু স্বপ্নভংগতাই
ক্লিষ্ট কৰা বুকুত
নীৰৱে ককবকাইছে
অলেখ অনুচ্ছ আৰ্তি
নিশা যেতিয়া ভাগৰুৱা দেহা
পৰি ৰয় শেতেলিত
গাৰুৰ তলৰ পৰা উঠি আহে সপোনবোৰ
সংগোপনে, লাহে লাহে
সপোন কোলাত উঠি
সাঁহো, কান্দো গীত গাওঁ
ছন্দহীন জীৱনৰ
পুৱতি নিশা সাৰ পাই
পুনৰ মুখামুখি সেই একে খৰাং বাস্তৱৰ
সেই একে ছটফটনি
কাংক্ষিত সপোনৰ সন্ধানত
তথাপিও এবুকু উশাহত
সপোনবোৰে খেদি ফুৰে অহৰহ। ■

# আইৰ কান্দোন

বীণা শইকীয়া

আমি অসমীয়া জাতি
নিদিওঁ বিদেশীক মাটি
হাতত লৈ হেংদাং
ৰাখিম আমি দেশৰ মান।
বাংলাদেশীয়ে ল'লেহি মাটি
আহ ঐ আহ, ওলাই আহ
পুলি পখালিয়ে কৰো নাশ
বিদেশীয়ে ধৰিলে অসম চানী।
নকৰিবা আৰু অকণো পলম
প্ৰাণ দিও কৰা শত্ৰুক খতম
শুৱনি শান্ত আমাৰ অসমখনিক
নিদিওঁ কৰিব অশান্ত ভূমি।
মাতৃভূমিয়ে কান্দিছে চোৱা
কিমান সহিব বিদেশীৰ বোজা
আইৰ চকুলো মুচো আহা
জাগা জনতা, আকৌ জাগা। ■

টাউন মডেল প্ৰাঃ বিদ্যালয

# আইৰ কান্দোন

বীণা শইকীয়া

আমি অসমীয়া জাতি
নিদিওঁ বিদেশীক মাটি
হাতত লৈ হেংদাং
ৰাখিম আমি দেশৰ মান।
বাংলাদেশীয়ে ল'লেহি মাটি
আহ ঐ আহ, ওলাই আহ
পুলি পখালিয়ে কৰো নাশ
বিদেশীয়ে ধৰিলে অসম চানী।
নকৰিবা আৰু অকণো পলম
প্ৰাণ দিও কৰা শত্ৰুক খতম
শুৱনি শান্ত আমাৰ অসমখনিক
নিদিওঁ কৰিব অশান্ত ভূমি।
মাতৃভূমিয়ে কান্দিছে চোৱা
কিমান সহিব বিদেশীৰ বোজা
আইৰ চকুলো মুচো আহা
জাগা জনতা, আকৌ জাগা। ■

টাউন মডেল প্ৰাঃ বিদ্যালয

# হেৰাই যোৱা স্মৃতি

জোনমণি নেওগ বৰুৱা

মনত পৰে আজি, কিয় জানো?
হয়তো তোমাক ভালপাওঁ বাবেই
দেৱদাৰু গছৰ আঁৰত কোৱা কথাবোৰ...
তুমি হয়তো পাহৰিলা।
নিষ্ঠুৰ সময়ৰ তীব্ৰ গতিয়ে মুছি নিলে সকলো...
তথাপিও তোমাৰ এবাৰলৈ হ'লেও মনত নপৰেনে?
দুয়ো হাতত ধৰি আকাশলৈ চাই হঁহা।
তোমাক জানো এবাৰলৈ হ'লেও আমনি নকৰে?
মোৰচোন একোৱেই নাই আজি
এতিয়াচোন মোৰ প্ৰতিটো পুৱাই আৰম্ভ হয়।
সেই হেৰাই যোৱা স্মৃতিৰেই...
কিয় বাৰো পায়ো হেৰুৱালো তোমাক
স্বাৰ্থপৰ দৰে এতিয়াতো তুমি নিজক লৈয়ে ব্যস্ত।
নদীৰ সোঁতৰ দৰেই বিলীন হৈ গ'ল...
মোৰ সেউজীয়া সপোনবোৰ।
এবাৰলৈ জানো বুজিলা, মোৰ হৃদয়ৰ অবুজ ভাষাবোৰক...
আজি হেৰাই গ'ল, আহিনৰ সেই শেৱালিৰ সুবাসবোৰ...
এতিয়া ৰৈ গ'ল মাথো, এমুঠি মৰ্মান্তিক বেদনা...
কিয় জানো, স্মৃতিবোৰ হেৰাব খুজিও, বাৰে বাৰে থমকি ৰয়...
তুমিতো নুবুজিবা, মোৰ উদ্বিগ্ন সজল দৃষ্টিয়ে যে বিচাৰে তোমাক
এতিয়াতো মই হেৰাই গৈছো...
নিসংগতাই মোক খেদি ফুৰিছে আৰু হয়তো এদিন...
এই নিসংগতাই শেষ কৰিব মোৰ
হেৰাই যোৱা সমস্ত বেদনা...। ■

# লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ বিগত দিনৰ

## সভাপতি আৰু সম্পাদকসকল

| চন | সভাপতি | সম্পাদক |
|---|---|---|
| ১৯৫৬ | দ্বীপেন্দ্ৰ নাথ হাজৰিকা | দেবেন বৰুৱা |
| ১৯৫৭ | দেবেন কোঁৱৰ | দেবেন বৰুৱা |
| ১৯৫৮ | তথ্য পোৱা নগ'ল | .................... |
| ১৯৫৯ | ভৰত গগৈ (ই এ চি) | বংশীধৰ দত্ত |
| ১৯৬০ | তথ্য পোৱা নগ'ল | .................... |
| ১৯৬১ | তথ্য পোৱা নগ'ল | .................... |
| ১৯৬২ | ভৰত গগৈ | তৰুণ বৰা |
| ১৯৬৩ | উদ্‌যাপিত নহ'ল | .................... |
| ১৯৬৪ | তথ্য পোৱা নগ'ল | মুৰুলী গোস্বামী |
| | দেৱ কুমাৰ গগৈ | |
| ১৯৬৫ | ভৱেশ ঠাকুৰীয়া | মুৰুলী গোস্বামী |
| | দেৱ কুমাৰ গগৈ | |
| ১৯৬৬ | উদ্‌যাপিতা নহ'ল যদিও বংশীধৰ দত্তৰ আহ্বানত সমূহ লক্ষীমপুৰৰ ৰাইজে বিহু পাতে .................... | |
| ১৯৬৭ | ভূপেন কুমাৰ বৰুৱা (মহকুমাধিপতি) | হেমেন গগৈ |
| ১৯৬৮ | তথ্য পোৱা নগ'ল | ৰোহিনী গোস্বামী |
| ১৯৬৯ | নাচিমুদ্দিন আহমেদ | ৰোহিনী গোস্বামী |
| ১৯৭০ | অমূল্য ৰতন ফুকন | ৰোহিনী গোস্বামী |

# লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ বিগত দিনৰ

## সভাপতি আৰু সম্পাদকসকল

| চন | সভাপতি | সম্পাদক |
|---|---|---|
| ১৯৫৬ | দ্বীপেন্দ্ৰ নাথ হাজৰিকা | দেবেন বৰুৱা |
| ১৯৫৭ | দেবেন কোঁৱৰ | দেবেন বৰুৱা |
| ১৯৫৮ | তথ্য পোৱা নগ'ল | .................. |
| ১৯৫৯ | ভৰত গগৈ (ই এ চি) | বংশীধৰ দত্ত |
| ১৯৬০ | তথ্য পোৱা নগ'ল | .................. |
| ১৯৬১ | তথ্য পোৱা নগ'ল | .................. |
| ১৯৬২ | ভৰত গগৈ | তৰুণ বৰা |
| ১৯৬৩ | উদ্‌যাপিত নহ'ল | .................. |
| ১৯৬৪ | তথ্য পোৱা নগ'ল<br>দেৱ কুমাৰ গগৈ | মুৰুলী গোস্বামী |
| ১৯৬৫ | ভৱেশ ঠাকুৰীয়া<br>দেৱ কুমাৰ গগৈ | মুৰুলী গোস্বামী |
| ১৯৬৬ | উদ্‌যাপিতা নহ'ল যদিও বংশীধৰ দত্তৰ আহ্বানত সমূহ লক্ষীমপুৰৰ ৰাইজে বিহু পাতে | .................. |
| ১৯৬৭ | ভূপেন কুমাৰ বৰুৱা (মহকুমাধিপতি) | হেমেন গগৈ |
| ১৯৬৮ | তথ্য পোৱা নগ'ল | ৰোহিনী গোস্বামী |
| ১৯৬৯ | নাচিমুদ্দিন আহমেদ | ৰোহিনী গোস্বামী |
| ১৯৭০ | অমূল্য ৰতন ফুকন | ৰোহিনী গোস্বামী |

| | | |
|---|---|---|
| ১৯৭১ | তোলন ফুকন | বিশ্ব গোস্বামী |
| | শৰৎ চেলেং (কাঃ সভাপতি) | |
| ১৯৭২ | আৰিফ আলি | ৰোহিনী গোস্বামী |
| ১৯৭৩ | ৰমেন মহৰী | ইস্ফাকুৰ ৰহমান |
| | দেবেন বৰুৱা (কাঃ সভাপতি) | তনুক্যজিৎ ভূএল |
| ১৯৭৪ | তথ্য পোৱা নগ'ল | ৰোহিনী গোস্বামী |
| ১৯৭৫ | জগত গগৈ | অমৃত ভূএল |
| ১৯৭৬ | জগত গগৈ | প্ৰিয়ব্ৰত লহকৰ |
| ১৯৭৭ | প্ৰফুল্ল কুমাৰ বৰুৱা | ৰোহিনী গোস্বামী |
| ১৯৭৮ | তথ্য পোৱা নগ'ল | ৰোহিনী গোস্বামী |
| ১৯৭৯ | তথ্য পোৱা নগ'ল | নাজিম আহমেদ |
| ১৯৮০ | যামিনী গগৈ | দূৰ্গাদেৱ গোস্বামী |
| ১৯৮১ | তথ্য পোৱা নগ'ল | দূৰ্গাদেৱ গোস্বামী |
| ১৯৮২ | হেম হাজৰিকা | ধেৰৱ গোঁহাই বৰুৱা |
| ১৯৮৩ | তথ্য পোৱা নগ'ল | ধেৰৱ গোঁহাই বৰুৱা |
| ১৯৮৪ | সুধাংশু চৰকাৰ | অৰূপ বৰা |
| | কেশৱ ভূএল (কাঃ সভাপতি) | |
| ১৯৮৫ | হেম হাজৰিকা | অৰূপ বৰা |
| ১৯৮৬ | জগত গগৈ | ঘন বৰা (ভাৰপ্ৰাপ্ত) |
| ১৯৮৭ | জগত গগৈ | বলিন কুমাৰ শইকীয়া |
| ১৯৮৮ | প্ৰিয়ব্ৰত লহকৰ | বলিন কুমাৰ শইকীয়া |
| ১৯৮৯ | জগত গগৈ | মঃ নবিৰুল হুচেইন |

| | | |
|---|---|---|
| ১৯৯০ | জগত গগৈ | তৰুণ শইকীয়া |
| ১৯৯১ | জগত গগৈ | বলিন কুমাৰ শইকীয়া |
| ১৯৯২ | নৰেন্দ্ৰ দত্ত | খগেন গগৈ |
| ১৯৯৩ | ফুলেশ্বৰ দলে | বিজয় বৰুৱা |
| ১৯৯৪ | গুৰুপ্ৰসাদ ফাটেয়ানী | খগেন গগৈ |
| | কেশৱ ভূঞা (কাঃ সভাপতি) | |
| ১৯৯৫ | হৰেন্দ্ৰদেৱ গোস্বামী | প্ৰদীপ শৰ্মা |
| | হেমধৰ দত্ত (কাঃ সভাপতি) | বলিন কুমাৰ শইকীয়া |
| ১৯৯৬ | কেশৱ ভূঞা | খগেন গগৈ |
| | বিজয় বৰুৱা | |
| | মুকুট বৰুৱা | |
| ১৯৯৭ | জগত গগৈ | দিলীপ কুমাৰ বৰুৱা |
| | শ্যামল শৰ্মা | |
| ১৯৯৮ | ধেৰৱ গোঁহাই বৰুৱা | পৰেশ দত্ত |
| ১৯৯৯ | কেশৱ ভূঞা | ইন্দ্ৰজিৎ দত্ত |
| | হীৰেণ গোঁহাই (কাঃ সভাপতি) | |
| ২০০০ | ফনীধৰ বৰুৱা | দিপান্ত হাজৰিকা |
| ২০০১ | আনন্দ দত্ত | বিতু শইকীয়া |
| ২০০২ | মুকুন্দ ৰাজবংশী | বিশ্বেশ্বৰ বৰা |
| | মনোৰঞ্জন পণ্ডিত (কাঃ সভাপতি) | |
| ২০০৩ | মুকুন্দ ৰাজবংশী | বিশ্বেশ্বৰ বৰা |
| | মনোৰঞ্জন পণ্ডিত (কাঃ সভাপতি) | |
| ২০০৪ | কেশৱ ভূঞা | ৰাজীৱ শৰ্মা |
| | হেমধৰ দত্ত (কাঃ সভাপতি) | |

| | | |
|---|---|---|
| ২০০৫ | হেৰম্ব শৰ্মা | ধ্ৰুৱজ্যোতি সেনাপতি |
| | যশোৱন্ত বৰগোঁহাই | |
| ২০০৬ | বিশ্বেশ্বৰ বৰা | দেৱজিৎ মজুমদাৰ |
| | কবীন দত্ত (কাঃ সভাপতি) | যশোৱন্ত বৰগোঁহাই |
| ২০০৭ | বিশ্বেশ্বৰ বৰা | দেৱজিৎ মজুমদাৰ |
| | ডাঃ অমৰেন্দ্ৰ গগৈ (কাঃ সভাপতি) | মৃদুল কোঁৱৰ |
| ২০০৮ | বিশ্বেশ্বৰ বৰা | দেৱজিৎ মজুমদাৰ |
| | ডাঃ অমৰেন্দ্ৰ গগৈ (কাঃ সভাপতি) | মৃদুল কোঁৱৰ |
| ২০০৯ | বিশ্বেশ্বৰ বৰা | মিণ্টু মহন্ত |
| | লুকু কোঁৱৰ | |
| ২০১০ | বিশ্বেশ্বৰ বৰা | মিণ্টু মহন্ত |
| | লুকু কোঁৱৰ | |
| ২০১১ | বিশ্বেশ্বৰ বৰা | দেৱজিৎ মজুমদাৰ |
| | দীপান্ত হাজৰিকা | |
| ২০১২ | বিশ্বেশ্বৰ বৰা | দেৱজিৎ মজুমদাৰ |
| | দীপান্ত হাজৰিকা | |
| ২০১৩ | উদয় শংকৰ হাজৰিকা | বলিন শইকীয়া |
| | | সঞ্জীৱ কোঁৱৰ |
| ২০১৪ | উদয় শংকৰ হাজৰিকা | সঞ্জীৱ কোঁৱৰ |
| | | বলিন শইকীয়া |
| | | দীপক বাচিং |
| | | যাদৱ শইকীয়া |
| | | ৰাজীৱ বৰুৱা |
| ২০১৫ | উদয় শংকৰ হাজৰিকা | বলিন শইকীয়া |

| | | |
|---|---|---|
| | | অজিত বুঢ়াগোঁহাই |
| | | যদুমণি বৰুৱা |
| | | নিৰেণ বৰুৱা |
| | | ধনমণি দত্ত |
| | | চন্দন ভূএগ |
| ২০১৬ | উদয় শংকৰ হাজৰিকা | সঞ্জীৱ কোঁৱৰ |
| | | নিৰেণ বৰুৱা |





ঐক্য
সৃষ্টি,
সম্প্ৰীতি



৫৮ তম

# লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন

বিহুতলী ঃ
উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেলপথাৰ

তাৰিখ ঃ ১৭, ১৮, ১৯ আৰু ২০ বহাগ, ১৯৩৮ শকাব্দ
(ইং ৩০ এপ্ৰিল, ১, ২ আৰু ৩ মে' ২০১৬)
(শনিবাৰ, দেওবাৰ, সোমবাৰ আৰু মঙ্গলবাৰ)







"এই ব'হাগ
উগান্ত তৰুণ
"এই ব'হাগ
দুৰন্ত তৰুণ
পুৰণি ব'হাগ মোৰ মোতে আছিল
পুৰণি চিন্তাৰে অশান্ত নাছিল
আজিৰ ব'হাগ যেন বাসিয়া বসন্ত
ঠিয় হৈছেহি এক তৰুণ দুৰন্ত"

-ভূপেনদা

# নিমন্ত্ৰণী পত্ৰ

শ্ৰদ্ধাভাজনেষু,

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ প্ৰীতি আৰু সম্ভাষণ গ্ৰহণ কৰিব। ঐতিহ্য আৰু পৰম্পৰা ৰক্ষা কৰি লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনে স-গৌৰৱে ৫৮ টা বছৰ গৰকিছে। লক্ষীমপুৰবাসীৰ ৰাইজৰ অতি চেনেহৰ বিহু সন্মিলিনখনিয়ে ঐক্য, সৃষ্টি আৰু সম্প্ৰীতিৰ বাৰ্তাৰে জাতি ধৰ্ম, বৰ্ণ নিৰ্বিশেষে ঐক্যৰ এনাজৰি ডাল আৰু সুদৃঢ় কৰিছে। সেয়েহে অহা ১৭, ১৮, ১৯ আৰু ২০ ব'হাগ (ইং ৩০ এপ্ৰিল ১, ২, আৰু ৩ মে' ২০১৬) তাৰিখ শনি, দেও, সোম আৰু মঙ্গলবাৰে উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক খেলপথাৰত চাৰিদিনীয়া বৰ্ণাঢ্য কাৰ্য্যসূচীৰে সন্মিলন খনি আয়োজন কৰা হৈছে।

সমন্বয় আৰু পৰম্পৰাৰ পীঠস্থলী লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনিৰ সমূহ কাৰ্য্যসূচীত অংশগ্ৰহণ কৰি সন্মিলনখনি সাফল্যমণ্ডিত কৰিবলৈ আপোনাক সাদৰেৰে নিমন্ত্ৰণ জনালো।

ৰঙালীৰ সজাঁলধৰা শুভেচ্ছাৰে....

উদয় শংকৰ হাজৰিকা
সভাপতি
উদ্‌যাপন ও স্থায়ী সমিতি

দেৱজিৎ মজুমদাৰ
কাৰ্যকিৰী সভাপতি
উদ্‌যাপন ও স্থায়ী সমিতি

সঞ্জীৱ কোঁৱৰ
নিৰেণ বৰুৱা
সাধাৰণ সম্পাদকদ্বয়
উদ্‌যাপন সমিতি

অজিত বুঢ়াগোঁহাই
সাধাৰণ সম্পাদক
স্থায়ী সমিতি
(তদৰ্থ)

দীপান্ত হাজৰিকা
কোষাধ্যক্ষ
উদ্‌যাপন সমিতি

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু উদ্‌যাপন সমিতি-২০১৬

# কাৰ্যসূচী

**১৭ ব'হাগ (ইং ৩০ এপ্রিল, ২০১৬) শুক্রবাৰ**

পুৱা ৮.৩০ বজাত : লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ পতাকা উত্তোলন
উত্তোলক : শ্ৰীযুত উদয় শংকৰ হাজৰীকা
সভাপতি, লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬
পুৱা ৮.৪৫ বজাত : স্মৃতি তৰ্পণ
তৰ্পক : শ্ৰীযুত দেবজিত মজুমদাৰ
কাৰ্য্যকৰী সভাপতি, লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬
পুৱা ৯.১৫ বজাত : গছ বিহু কপৌফুলৰ এদিন
উদ্বোধক : ড° মুকুন্দ ৰাজবংশী প্ৰাক্তন অধ্যক্ষ লক্ষীমপুৰ বালিকা মহাবিদ্যালয়
পুৱা ৯.৩০ বজাত : বয়োজ্যেষ্ঠ সম্বৰ্দ্ধনা
পুৱা ১০.৩০ বজাত : ৰঙালী হাট উদ্বোধন
উদ্বোধক : শ্ৰীযুত বসন্ত থান বি, বন সংমণ্ডল প্ৰাধিকাৰী, লক্ষীমপুৰ সংমণ্ডল
পুৱা ১১.০০ বজাত : বৰ্ণাঢ্য সাংস্কৃতিক শোভাযাত্ৰা
উদ্বোধক : শ্ৰীযুত বিবেক ৰাজ সিং, আই.পি.এছ, আৰক্ষী অধীক্ষক, লক্ষীমপুৰ

সাংস্কৃতিক শোভাযাত্ৰাত অংশ গ্ৰহণ কৰিব সাংস্কৃতিক দল সমূহৰ লগতে অসমীয়া চলচিত্ৰৰ মোহময়ী অভিনেত্ৰী




দিনৰ ১.০০ বজাত : মুকলি বিহু প্ৰতিযোগিতা
উদ্বোধক : শ্ৰীযুত মনজিৎ বৰ কাকতি, ৰাজহ চক্ৰ বিষয়া, উত্তৰ লক্ষীমপুৰ
বিয়লি ৪.০০ বজাত : মৌ- কুঁৱৰী প্ৰতিযোগীতা
উদ্বোধক : শ্ৰীযুতা বীণা দত্ত, অধ্যক্ষা, উত্তৰ লক্ষীমপুৰ বালিকা উচ্চতৰ মাধ্যামিক বিদ্যালয়
বিয়লি সন্ধ্যা ৮.০০ বজাত : স্থানীয় শিল্পীৰ গীতৰ শৰাই
উদ্বোধক : শ্ৰীযুত দিবাকৰ দলে, অতিৰিক্ত উপাযুক্ত লক্ষীমপুৰ

## ১৮ ব'হাগ (ইং ০১ মে', ২০১৬) শনিবাৰ

পুৱা ৯.০০ বজাত : গছ বিহু

(বিলুপ্ত প্ৰায় প্ৰজাতিৰ চৰাই সংৰক্ষণৰ বাবে গছ পুলি ৰোপন)

উদ্বোধক : শ্ৰীযুত গহীন বৰা, বন বিষয়া সামাজিক বনানিকৰণ

পুৱা ১০.০০ বজাত : পৰম্পৰাগত খেলধেমালি প্ৰতিযোগিতা

(বাটুলগুটি, ধনুকাঁড়, টাংগুটি, ঘিলাখেল ইত্যাদি)

উদ্বোধক : শ্ৰীযুতা সুপ্ৰভা মেধি, প্ৰাক্তন অধ্যক্ষা,লঃ বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয়

পুৱা ১১.০০ বজাত : কবিতা আবৃত্তি প্ৰতিযোগিতা

উদ্বোধক : শ্ৰীযুত জীৱন দত্ত, জিলা প্ৰাথমিক শিক্ষা বিষয়া লক্ষীমপুৰ

পুৱা ১২.০০ বজাত : পিঠা-পনা প্ৰতিযোগিতা

দিনৰ ২.০০ বজাত : টকা বিহু প্ৰতিযোগিতা

উদ্বোধক : শ্ৰীযুতা স্বপ্নালী চেতিয়া গগৈ, অধ্যাপিকা, উত্তৰ লক্ষীমপুৰ মহাবিদ্যালয়

বিয়লি ৪.০০ বজাত : সৰু বিহুৱতী প্ৰতিযোগিতা

উদ্বোধক : ডাঃ ভদ্ৰকধৰ মিলি, জ্যেষ্ঠ চিকিৎসক, লক্ষীমপুৰ

সন্ধ্যা ৭.০০ বজাত : "বিহুবান" উন্মোচন

উন্মোচক : শ্ৰীযুত হেমেন গগৈ, প্ৰাক্তন অধ্যক্ষ, উত্তৰ লক্ষীমপুৰ মহাবিদ্যালয়

সন্ধ্যা ৮.০০ বজাত : জনগোষ্ঠীয় লোক নৃত্য সমাৰোহ

উদ্বোধক : চৈয়দ নাজিম আহমেদ, কাৰ্য্যকৰি সভাপতি, অসম নাট্য সন্মিলন।

## ১৯ ব'হাগ (ইং ০২ মে', ২০১৬) দেওবাৰ

পুৱা ১০.০০ বজাত : তৰ্ক প্ৰতিযোগিতা

উদ্বোধক : শ্ৰীযুত অৰূপ কলিতা, অধিবক্তা, লক্ষীমপুৰ

তৰ্ক বিষয় : সদনৰ মতে, " বিহুৱে অসমীয়া সমাজ সংগঠনত বিশেষ ভূমিকা গ্ৰহণ কৰিছে।

১১.০০ বজাত : পৰম্পৰাগত খেল-ধেমালি প্ৰতিযোগিতা

১১.৩০ বজাত : প্ৰশ্নোত্তৰ প্ৰতিযোগিতা (কুইজ)

উদ্বোধক : শ্ৰীযুত ছাজাদ হুছেইন, অধ্যাপক, লক্ষীমপুৰ বাণিজ্য মহাবিদ্যালয়

দিনৰ ২.০০ বজাত : হুচৰি প্ৰতিযোগিতা

উদ্বোধক : ড° হেমন্ত কুমাৰ বৰুৱা, প্ৰাক্তন অধ্যক্ষ, লক্ষীমপুৰ বাণিজ্য মহাবিদ্যালয়

বিয়লি ৫.০০ বজাত : ৰৰ বিহুৱতী প্ৰতিযোগিতা

উদ্বোধক : শ্ৰীযুত প্ৰসন্ন বৰা, বিদ্যালয় সমূহৰ পৰিদৰ্শক, লক্ষীমপুৰ

সন্ধ্যা ৯.০০ বজাত : স্থানীয় শিল্পীৰ সংগীতানুষ্ঠান

উদ্বোধক : ডাঃ আবু তাহেৰ আহমেদ



## ২০ ব'হাগ (ইং ০৩ মে', ২০১৬) সোমবাৰ

পুৱা ১০.০০ বজাত ঃ ভেশভূষা প্ৰতিযোগিতা

১১.০০ বজাত ঃ চিত্ৰাংকণ প্ৰতিযোগিতা

উদ্বোধক ঃ শ্ৰীযুত অনুপম গগৈ, অধ্যক্ষ, কলাক্ষ, চিত্ৰকলা বিদ্যালয়

১১.৩০ বজাত ঃ

দিনৰ ২.০০ বজাত ঃ বিয়ানাম আৰু দিহানাম প্ৰতিযোগিতা

উদ্বোধক ঃ শ্ৰীযুতা অনুপমা দেউৰী ভড়ালী,

অধ্যক্ষা, উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়।

বিয়লি ৪.০০ বজাত ঃ মুকলি সভা আৰু বটা বিতৰণী সভা

উদ্বোধক ঃ শ্ৰীযুত দেৱেশ্বৰ মালাকাৰ, উপায়ুক্ত, লক্ষীমপুৰ

সভাপতি ঃ শ্ৰীযুত উদয় শংকৰ হাজৰিকা,

সভাপতি, লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬

মুখ্য অতিথি ঃ শ্ৰীযুত বিষ্ণু খাৰঘৰীয়া, আৰ্ন্তঃজাতিক খ্যাতি সম্পন্ন অভিনেতা, অসম।

নিৰ্দিষ্ট বক্তা ঃ শ্ৰীযুত শিৱ প্ৰসাদ গগৈ, প্ৰাক্তন অধ্যক্ষ, ঢকুৱাখনা মহাবিদ্যালয়।

*বিশেষ নিমন্ত্ৰিত অতিথি ঃ*

শ্ৰীযুত লুৰিণ জ্যোতি গগৈ, সাধাৰণ সম্পাদক, সদৌ অসম ছাত্ৰ সন্থা।

শ্ৰীযুত ৰাণা প্ৰতাপ বৰুৱা,

সাধাৰণ সম্পাদক, অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদ।

শ্ৰীযুত মনোজ গগৈ, সভাপতি, সদৌ টাই আহোম ছাত্ৰ সন্থা।

বিশেষ সম্বৰ্দ্ধিত ব্যক্তি ঃ

শ্ৰীযুত ব্ৰজেন শৰ্মা বৰুৱা, বিশিষ্ট শিক্ষাবিদ, লক্ষীমপুৰ

শ্ৰীযুত জীৱন বৰা, চলচিত্ৰ পৰিচালক ও নাট্যকাৰ, লক্ষীমপুৰ।

শ্ৰীযুত হেমেন গগৈ, সু-সাহিত্যিক, অভিনেতা।

ডাঃ জগদীশ বৰা, বিশিষ্ট শিল্পী, লক্ষীমপুৰ।

শ্ৰীযুত কাঞ্চন তামুলী বৰুৱা, বিশিষ্টা শিল্পী, লক্ষীমপুৰ

সন্ধ্যা ৬.৩০ বজাত ঃ গণ বিহু

উদ্বোধক ঃ ডাঃ অমৰেন্দ্ৰ গগৈ,

বৰ বিহুৱা ও বিহু বিশেষজ্ঞ, লক্ষীমপুৰ

সন্ধ্যা ৮.০০ বজাত ঃ সাংস্কৃতিক অনুষ্ঠান

উদ্বোধক ঃ শ্ৰীযুত এম. এন. হৰা, ডি. আই. জি.,

অসম আৰক্ষী (উত্তৰ খণ্ড)

সাংস্কৃতিক অনুষ্ঠান মুখ্য আকৰ্ষণ

জুবিন গাৰ্গ



লখীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৬

## স্থায়ী সমিতি (তথ্য)



মুখ্য উপদেষ্টা : উপায়ুক্ত, লখীমপুৰ জিলা
উপদেষ্টা মণ্ডলী : ড° হেমন্ত কুমাৰ বৰুৱা
শ্ৰীযুত কমল শইকীয়া
শ্ৰীযুত কৃষ্ণ মোহন দেউৰী ভৰালী
শ্ৰীযুতা সুপ্ৰভা দেৱী
ডাঃ অমৰেন্দ্ৰ গগৈ
ড° প্ৰবাল শইকীয়া
চৈয়দ নাজিম আহমেদ

সভাপতি : শ্ৰীযুত উদয় শংকৰ হাজৰীকা
কাৰ্যনিৰ্বাহী সভাপতি : শ্ৰীযুত দেৱজিত মজুমদাৰ
উপসভাপতি - ডাঃ ভূপেন শইকীয়া,
জেতুকী শইকীয়া
ৰেণুমণি গগৈ
আজাদ হাজৰিকা
বনিল শইকীয়া
হেমকান্ত বনিয়া
দীপান্ত হাজৰীকা
সঞ্জীব কোঁৱৰ
প্ৰদীপ শৰ্মা
সাধাৰণ সম্পাদক : অজিত বুঢ়াগোহাঁই
যুটীয়া সম্পাদক : যদুমণি বৰুৱা,
নিৰেণ বৰুৱা
সহকাৰী সম্পাদক : আদিত্য চেতিয়া,
চন্দন ভূঞা,
ধনমণি দত্ত, ।









PRINTED AT :
A & B ENTERPRISE, 8876182538


৫৮ তম
৫৮ তম
লক্ষীমপুৰ কেন্দ্ৰীয়
ৰঙালী বিহু সন্মিলন ২০১৬
বিহুতলী ঃ উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয় খেলপথাৰ
তাৰিখ ঃ ১৭,১৮,১৯, আৰু ২০ বহাগ
(ইং ৩০ এপ্ৰিল ১,২, আৰু ৩ মে', ২০১৬)
(শনি, দেওঁ, সোম আৰু মঙ্গলবাৰ)
প্ৰতি

# গোহাৰি

শ্ৰদ্ধাভাজনেষু,

জয় জয়তে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ হিয়া ভৰা প্ৰীতি আৰু সম্ভাষণ গ্ৰহণ কৰিব। নানা জাতি-উপজাতি, ভাষা সংস্কৃতি সমন্বয়ৰ স্থলী এই অসম ভূমি। অনৈক্য মাজত ঐক্যৰ এনাজৰীৰে বান্ধখোৱা অসমীয়া সাংস্কৃতিক উত্তৰণৰ পৃষ্ঠভূমি হৈছে বিহু, য'ত মন আৰু আত্মাৰ মিল হয়। জাতি-জনগোষ্ঠী সমূহৰ স্বকীয় কৃষ্টি প্ৰদৰ্শনৰ এখন সাৰ্ব্বজনীন মঞ্চ হৈছে বিহু মঞ্চ।

ঐতিহ্য, পৰম্পৰা আৰু অসমীয়া কৃষ্টি সংস্কৃতিৰ বাৰ্তাবাহক লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি,লক্ষীমপুৰবাসীৰ আশা ভৰষা আৰু মিলন স্থলী। বিগত ৫৭ বছৰে এই বিহু সন্মিলনখনিয়ে সমন্বয়ৰ অগ্ৰদূত হৈ নিজা পৰিচয় আৰু গৰিমা বুটলিবলৈ সক্ষম হৈছে। সুখৰ বিষয় যে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনিৰ সাংস্কৃতিক দায়বদ্ধতা বৃদ্ধিৰ বাবে এখন স্থায়ী সমিতি গঠন কৰা হৈছে, যি বিহুৰ ঐতিহ্য, পৰম্পৰা আৰু অসমীয়া কৃষ্টি সংস্কৃতি প্ৰকৃত ৰূপত উপস্থাপন কৰাৰ ক্ষেত্ৰত মূল চালিকা শক্তি হব।

মিলনৰ স্থলী লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি অহা বহাগৰ ১৭, ১৮, ১৯ আৰু ২০, ইং ৩০ এপ্ৰিল, ১, ২ আৰু ৩ মে' তাৰিখ শনি, দেও, সোম আৰু মঙ্গলবাৰে বৰ্ণাঢ্য কাৰ্যসূচীৰে উদ্‌যাপন কৰিবলৈ লোৱা হৈছে। সেয়েহে সকলো ৰাইজৰ সহায় সহযোগিতা, সৎ পৰামৰ্শৰে উৎসাহিত কৰিব বুলি আশা ৰাখিলো

উদ্‌যাপন সমিতিৰ হৈ -

উদয় শংকৰ হাজৰীকা
সভাপতি স্থায়ী ও
উদ্‌যাপন সমিতি
অজিত বুঢ়াগোহাঁই
সাধাৰণ সম্পাদক
স্থায়ী সমিতি (তদৰ্থ)

দেবজিৎ মজুমদাৰ
কাৰ্য্যকৰী সভাপতি
স্থায়ী ও উদ্‌যাপন সমিতি
দীপান্ত হাজৰীকা
কোষাধ্যক্ষ
উদ্‌যাপন সমিতি

সঞ্জীৱ কোঁৱৰ
নিৰেন বৰুৱা
সাধাৰণ সম্পাদকদ্বয়
উদ্‌যাপন সমিতি

# উদযাপন সমিতি

## পৃষ্ঠপোষকঃ

শ্ৰীযুত দেৱেশ্বৰ মালাকাৰ, উপায়ুক্ত, লক্ষীমপুৰ জিলা।

শ্ৰীযুত বিবেক ৰাজ সিং, আৰক্ষী অধীক্ষক, লক্ষীমপুৰ জিলা।

## উপদেষ্টা মণ্ডলীঃ

শ্ৰীযুত ব্ৰজেন শৰ্মা বৰুৱা
শ্ৰীযুত কেশৱ ভূএগ
শ্ৰীযুত হেমেন গগৈ
শ্ৰীযুত ৰোহিণী গোস্বামী
ড° হেমন্ত কুমাৰ বৰুৱা
শ্ৰীযুত কমল শইকীয়া
শ্ৰীযুত চন্দ্ৰেশ্বৰ দুৱৰা
শ্ৰীযুত বিশ্ব বৰুৱা
শ্ৰীযুত নৃপেন ফুকন
শ্ৰীযুত বলিন নাৰায়ণ ফুকন
শ্ৰীযুত মুকুন্দ ৰাজবংশী
শ্ৰীযুতা সুপ্ৰভা মেধি
শ্ৰীযুত কৃষ্ণ মোহন দেউৰী ভৰালী
ড° পুষ্পনাথ বৰা
শ্ৰীযুত পদ্ম শৰ্মা বৰুৱা
শ্ৰীযুত ৰামেশ্বৰ গগৈ
শ্ৰীযুত তিলক বৰুৱা
শ্ৰীযুত অজয় বৰুৱা
শ্ৰীযুতা নীলিমা লাহন
ড° বিমান চেতীয়া
ড° বুবুল শইকীয়া
ড° সুৰেশ দত্ত
ড° সুৰজিৎ ভূএগ
ড° গোলাপ শৰ্মা বৰুৱা
শ্ৰীযুত গোলোক চন্দ্ৰ তালুকদাৰ
শ্ৰীযুত অৱনি দত্ত
শ্ৰীযুত প্ৰফুল্ল শইকীয়া
শ্ৰীযুত অৰুণ বৰা
শ্ৰীযুতা মূৰ্চনা দেউৰী গগৈ
শ্ৰীযুত বোধেশ্বৰ হাজৰীকা
শ্ৰীযুত হেম হাজৰীকা
শ্ৰীযুত পৰমা চেতিয়া
শ্ৰীযুত আনন্দ দত্ত
শ্ৰীযুত ফণী বৰুৱা
শ্ৰীযুত কৃষ্ণ দাস
শ্ৰীযুত মুক্তিপদ গগৈ
শ্ৰীযুত সুৰেশ গগৈ
শ্ৰীযুত তাপস দেৱ
শ্ৰীযুত বগেন্দ্ৰ কুমাৰ বুঢ়াগোহাঁই
শ্ৰীযুতা আৰতি গোঁহাই দুৱৰা
শ্ৰীযুত ধৰ্মেশ্বৰ গগৈ
শ্ৰীযুত মুনিন কোঁৱৰ
শ্ৰীযুতা দেৱীকা শৰ্মা
শ্ৰীযুতা তুলুমণি গগৈ
শ্ৰীযুতা চিনু শইকীয়া
শ্ৰীযুত ক্ষীৰোদ বৰা
শ্ৰীযুত চন্দ্ৰ বৰা
শ্ৰীযুত তিলেশ্বৰ বৰা
শ্ৰীযুত পুৰ্ণ শইকীয়া
শ্ৰীযুত প্ৰফুল্ল বৰা
শ্ৰীযুত অমিয় ভূএগ
শ্ৰীযুত সুবোধ সোণোৱাল
শ্ৰীযুত পুলক বৰা
শ্ৰীযুত সৌৰভ দাস
শ্ৰীযুত অচ্যুৎ বৰগোহাঁই
শ্ৰীযুত অনিল ৰতন গগৈ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰীযুত উদয় শংকৰ হাজৰীকা। |
| কাৰ্য্যকৰী সভাপতি | ঃ | শ্ৰীযুত দেৱজিৎ মজুমদাৰ। |
| উপ সভাপতি | ঃ | শ্ৰী বাবুল চুতীয়া। |
| | | শ্ৰীমতী জেতুকী শইকীয়া। |
| | | শ্ৰীমতী অনু শইকীয়া। |
| | | ডাঃ ভূপেন শইকীয়া। |
| | | শ্ৰীমতী মায়া দত্ত। |
| | | শ্ৰী আজাদ হাজৰীকা। |
| | | শ্ৰীমতী ৰেণুমণি গগৈ। |
| | | শ্ৰীমতী মৰমী গোহাঁই ফুকন |
| কোষাধ্যক্ষ | ঃ | শ্ৰী দিপান্ত হাজৰীকা |
| সাধাৰণ সম্পাদকদ্বয় | ঃ | শ্ৰী সঞ্জীৱ কোঁৱৰ |
| | | শ্ৰী নিৰেণ বৰুৱা |
| সহঃ সম্পাদক | ঃ | শ্ৰী বুবুলি হাজৰীকা |
| | | শ্ৰী ফৰিদুৰ ৰহমান |
| | | শ্ৰী জ্যোতি দাস |
| | | শ্ৰী হীলটন কোঁৱৰ |
| | | শ্ৰী মাধুৰ্য্য দত্ত |
| | | শ্ৰী প্ৰাণজিৎ গগৈ |
| | | শ্ৰী যুগ্ম জ্যোতি দত্ত |
| | | শ্ৰী বীৰেণ দত্ত |
| | | শ্ৰী পল্লৱ বৰুৱা |
| | | শ্ৰী নীলমণি চাংমাই |
| কাৰ্য্যালয় সম্পাদক | ঃ | শ্ৰী দেৱ গগৈ |
| | | শ্ৰী বিশ্বজিৎ চুতীয়া |

# উপ-সমিতি

পতাকা উত্তোলন ঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী হেমন্ত দাস |
| সম্পাদক দ্বয় | ঃ | শ্ৰী ৰাকেশ সোণোৱাল<br>শ্ৰী সুৰজ গগৈ |
| সদস্য | ঃ | শ্ৰী চিন্ময় বৰা, শ্ৰী প্ৰকাশ টাইড, চান্দাম হুছেইন |

স্মৃতি তৰ্পণ ঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী দিব্য জ্যোতি গগৈ |
| সম্পাদক | ঃ | শ্ৰী দেবাংগ গগৈ |
| সদস্য | ঃ | শ্ৰী নোমল দাস,<br>শ্ৰী নৰজ্যোতি শইকীয়া,<br>ৰাজু আহমেদ |

বয়োজ্যেষ্ঠ সৰ্ব্ধনাঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী কমল শইকীয়া |
| কাৰ্য্যকৰী সভাপতি | ঃ | আজাদ হাজৰিকা |
| সম্পাদক | ঃ | শ্ৰী বিশ্বজিৎ হাজৰীকা |
| সহঃ সম্পাদক | ঃ | শ্ৰী দিপাংকৰ দত্ত<br>শ্ৰী ৰাজু আহমেদ<br>শ্ৰী বিদ্যুৎ কলিতা<br>শ্ৰী তৰু লাহন |

ৰঙালী হাট আৰু প্ৰদশনীঃ

| | | | |
|---|---|---|---|
| সভাপতি | ঃ | শ্ৰী বাবুল চুতীয়া | |
| উপ-সভাপতি | ঃ | মঃ মুহিবুল হুছেইন | |
| সম্পাদক দ্বয় | ঃ | শ্ৰী খগেন শইকীয়া<br>শ্ৰী প্ৰশান্ত বৰুৱা | |
| সহঃ সম্পাদক | ঃ | শ্ৰী মৃদুল শইকীয়া<br>শ্ৰী জীতেন ভড়ালী<br>শ্ৰীমতী ৰ'জমণি চুতীয়া | শ্ৰী ৰূপাংকৰ বৰা<br>শ্ৰী নিপু দাস<br>শ্ৰীমতী মমী দত্ত |

প্ৰচাৰ উপ-সমিতিঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী দেৱ কোঁৱৰ |
| সম্পাদক দ্বয় | ঃ | শ্ৰী দিগন্ত শইকীয়া |
| | | শ্ৰী দিগন্ত ভূঞা |
| সহঃ সম্পাদক | ঃ | শ্ৰী উদয় শইকীয়া |
| | | শ্ৰী বিমলা প্ৰসাদ দাস |
| | | শ্ৰী নিলোৎপল দিহিঙ্গীয়া |
| | | শ্ৰী জিষ্ণু ডেকা |
| | | শ্ৰী বিপুল কোঁৱৰ |
| | | শ্ৰী তিলুত্তমা গুৱালা |
| | | শ্ৰী দিপাংকৰ লাহন |
| | | শ্ৰী বিদ্যুৎ কলিতা |
| | | শ্ৰী অমৃত ৰয় |
| | | শ্ৰী গুণজিত বৰা |

স্বেচ্ছা সেৱক উপ-সমিতিঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী বিপুল দত্ত |
| আহ্বায়ক মণ্ডলী | ঃ | শ্ৰী হৰেণ হাজৰীকা |
| | | শ্ৰী লুহিত দাস |
| সম্পাদক মণ্ডলী | ঃ | শ্ৰী প্ৰসেনজিৎ লাহন |
| | | শ্ৰী ৰাজু ডেকা |
| সহঃ সম্পাদক | ঃ | শ্ৰী বিবেক জৈন |

মঞ্চ উপ-সমিতিঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | শ্ৰী লৱ সোনোৱাল |
| সভাপতি | ঃ | শ্ৰী আদিত্য চেতিয়া |
| সম্পাদক | ঃ | শ্ৰী প্ৰমোদ গগৈ, ফৰিদুৰ ৰহমান |
| সহঃ সম্পাদক | ঃ | শ্ৰী মবিন আহমেদ |
| | | শ্ৰী মৃদুল শইকীয়া |
| | | শ্ৰী অৰুণ দাস |
| | | শ্ৰী পলমনি দত্ত |

সাহিত্য প্ৰতিযোগিতা ঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী দুলেন গগৈ |
| সম্পাদকত্ৰয় | ঃ | শ্ৰী দিব্যজ্যোতি ভূঞা, শ্ৰী ৰাহুল দাস<br>শ্ৰী বেদান্ত কাকতি |
| সদস্য | ঃ | শ্ৰী বিতুপন ভূঞা, শ্ৰী ক্ষীৰঞ্জন কোঁৱৰ,<br>শ্ৰী দীপক বৰা, শ্ৰী সন্তোষ বড়ো<br>শ্ৰী প্ৰশান্ত ছেত্ৰী, শ্ৰী দৰ্শন দত্ত<br>শ্ৰী গোপাল কৃষ্ণ শইকীয়া |

স্মৃতিগ্ৰন্থ ঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | সভাপতি/সম্পাদক<br>শ্ৰী চন্দ্ৰেশ্বৰ দুৱৰা<br>শ্ৰী পদ্ম শৰ্মা বৰুৱা<br>ডাঃ অমৰেন্দ্ৰ গগৈ<br>শ্ৰী সপোন কুমাৰ দত্ত<br>শ্ৰী উৎপল বৰা<br>শ্ৰী কৃষ্ণ দাস |
| সভাপতি | ঃ | শ্ৰী হিৰণ্য সভাপণ্ডিত |
| সম্পাদক | ঃ | শ্ৰী যদুমনি বৰুৱা |
| সদস্য | ঃ | সৰ্বশ্ৰী কল্যান গগৈ,<br>নীৰৱ জ্যোতি বৰদলৈ,<br>পিংকী গগৈ |

শোভাযাত্ৰা ঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | শ্ৰী দামোদৰ শইকীয়া<br>শ্ৰী যদুমণি বৰা<br>শ্ৰী অতুল শইকীয়া<br>শ্ৰী ভূপেন হাজৰীকা<br>শ্ৰী কমলা শৰ্মা |
| সভাপতি | ঃ | ডাঃ ভূপেন শইকীয়া |

কাৰ্য্যকৰী সভাপতি ঃ শ্ৰী লক্ষী দত্ত

| | | |
|---|---|---|
| মুখ্য আহ্বায়ক | ঃ | শ্ৰী পুলিন কোৱঁৰ, |
| | | শ্ৰী মাধুৰ্য্য দত্ত |
| আহ্বায়ক মণ্ডলী | ঃ | শ্ৰী ৰাজীৱ বুঢ়াগোহাঁই |
| | | শ্ৰী বিজু কোঁৱৰ |
| | | শ্ৰী শৰৎ বৰুৱা |
| | | শ্ৰী চিবু গগৈ |
| | | শ্ৰী দিগন্ত হাজৰিকা |
| | | শ্ৰী লোকনাথ কোঁৱৰ |
| | | শ্ৰী পূৰ্ণ গগৈ |
| | | শ্ৰী দিগন্ত বিশ্বাস |
| | | শ্ৰী ধনজিৎ বৰা |

সাংস্কৃতিক প্ৰতিযোগিতাঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | শ্ৰী বিতু শইকীয়া, শ্ৰী দেৱ কৃষ্ণ দত্ত |
| সভাপতি | ঃ | শ্ৰী জগত বৰা |
| সম্পাদক দ্বয় | ঃ | শ্ৰী চন্দন ভূঞা, শ্ৰী জ্যোতি দাস |
| সহঃ সম্পাদক | ঃ | শ্ৰী পল্লৱ বৰুৱা |
| | | শ্ৰী নীলম হাজৰিকা |
| | | শ্ৰী যুগ্ম জ্যোতি দত্ত |
| | | শ্ৰী বিতুমনি গগৈ |
| | | শ্ৰী দীপাংকৰ দত্ত |
| | | শ্ৰী মাধুৰ্য্য ফুকন |
| উপ-সভাপতি | ঃ | শ্ৰীমতী অনু শইকীয়া |
| | | শ্ৰীমতী অঞ্জনা বৰা |
| | | শ্ৰীমতী ৰুমী বৰুৱা |
| | | শ্ৰীমতী অমিয়া বৰগোহাঁই |
| | | শ্ৰীমতী প্ৰণশ্ৰী বৰা |
| | | শ্ৰীমতী মায়া দত্ত |
| | | শ্ৰীমতী ৰূপজ্যোতি চেতিয়া চাংমাই |

সদস্য/সদস্যা : সৰ্ব্বশ্ৰী অৰুণ দাস, ধন শইকীয়া, মোবাৰক আলি, অমৃত ৰয়, জনক জিমে, পবিত্ৰ শইকীয়া, ৰাজা বাচফৰ, হিৰকজ্যোতি তালুকদাৰ, দীপাংকৰ দত্ত, দৰ্শন দত্ত, চুমি দাস, পল্লবী দত্ত, লাকী দত্ত, বেবী শইকীয়া, লিপিকা দত্ত, মানস মহন্ত, তৃষ্ণা বৰুৱা, ডিম্পীপাৰিক, সুমন চুলতানা, তৃষ্ণা হাজং, বন্তি বৰা দত্ত, মনিকা গগৈ।

খাদ্য উপ-সমিতি ঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী বগামল দত্ত |
| কাৰ্য্যকৰী সভাপতি | ঃ | শ্ৰী পংকজ লহকৰ |
| সম্পাদক মণ্ডলী | ঃ | শ্ৰী চন্দ্ৰ দাস, শ্ৰী দেৱ গগৈ, শ্ৰী মথুৰা চাহু, শ্ৰী কৃষ্ণ কোঁৱৰ, শ্ৰী কল্যাণ দত্ত |

(১৩) সাংস্কৃতিক সন্ধ্যা ঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | ডাঃ অমৰেন্দ্ৰ গগৈ |
| সভাপতি | ঃ | শ্ৰী উৎপল বৰা |
| সম্পাদক | ঃ | শ্ৰী হিৰণ্য সভাপণ্ডিত, শ্ৰী মানস প্ৰতীম মহন্ত |
| সহঃ সম্পাদক | ঃ | শ্ৰীমতী লিচা চায়েঙ্গীয়া, শ্ৰীমতী পূৰবী গগৈ, শ্ৰী ৰাজদীপ ভূঞা, শ্ৰী কল্যাণ শইকীয়া, শ্ৰী যাদৱানন্দ ভূঞা, শ্ৰী ৰাজু তামুলী |

সদস্য/সদস্যা : সৰ্ব্বশ্ৰী নিমিষা দত্ত, লীনা হাজৰীকা, ধৰিত্ৰী শইকীয়া, মৃদুল কলিতা, চিম্পী হাজৰীকা, দীপিকা দত্ত, পুৰবী বৰ্মন, তৃষ্ণা বৰুৱা, জাফ্ৰিন বৰুৱা, সবিতা কোঁৱৰ বৰুৱা, প্ৰভাকৰ দত্ত, চিমা ঠাকুৰ, সত্যপ্ৰিয়া শইকীয়া, যতীন লাহন।

ছবি আৰু টকা বিহু ঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | ডাঃ ৰাতুল বৰুৱা |
| সভাপতি | ঃ | শ্ৰী অতুল দত্ত |
| কাৰ্য্যকৰী সভাপতি | ঃ | শ্ৰী বলিন শইকীয়া |
| সম্পাদক দ্বয় | ঃ | শ্ৰী প্ৰাণজিৎ গগৈ |
| | | শ্ৰী কল্যাণ গগৈ |
| | | শ্ৰী নিখিল কোঁৱৰ |
| সহঃ সম্পাদক | ঃ | শ্ৰী ডিপু কোঁৱৰ |
| | | শ্ৰী সুমিত ৰঞ্জন বৰুৱা |
| | | শ্ৰী পুণমজ্যোতি বুঢ়াগোহাঁই |
| | | শ্ৰীমতী পিংকী গগৈ |
| | | শ্ৰী যদুমনি টুৰী |
| | | শ্ৰী দিপাংকৰ লাহন |
| সদস্য/সদস্যা | ঃ | সৰ্ব্বশ্ৰী পূৰবী বৰ্মন, জাচিল আহমেদ, অসীম গগৈ, প্ৰিয়াংকী শৰ্মা, চয়নিকা দত্ত, দিপশিখা শইকীয়া। |

পৰম্পৰাগত খেল-ধেমালীঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰী আদিত্য চেতিয়া |
| উপদেষ্টা | ঃ | শ্ৰী চক্ৰধৰ সোনোৱাল |
| সম্পাদক দ্বয় | ঃ | শ্ৰী মনোজ শৰ্মা |
| | | শ্ৰী পূৰ্ণানন্দ শইকীয়া |
| | | শ্ৰী জয়ন্ত গগৈ |
| সহঃ সম্পাদক | ঃ | শ্ৰী আবুল হুছেইন আবুল আজিজ |
| সদস্য | ঃ | কমল বৰুৱা, মন্দীপ শইকীয়া, উত্তম পাটিৰ |

বিয়া নাম / দিহা নাম প্ৰতিযোগিতাঃ

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰীমতী কুঞ্জ বুজৰ বৰুৱা |
| কাৰ্য্যকৰী সভাপতি | ঃ | শ্ৰীমতী মীনা কুমাৰী ৰাজখোৱা |
| সম্পাদক দ্বয় | ঃ | শ্ৰীমতী অঞ্জনা গোহাঁই বৰুৱা |
| | | শ্ৰীমতী শুৱলা দেৱী |
| | | শ্ৰীমতী অমিয়া বৰগোহাঁই |

জনগোষ্ঠীয় লোক নৃত্যঃ

| | |
|---|---|
| উপদেষ্টা | ঃ শ্ৰীযুতা সুপ্ৰভা মেধি |
| সভাপতি | ঃ শ্ৰী বিনয় বৰুৱা |
| সম্পাদক দ্বয় | ঃ শ্ৰী ধনমনি দত্ত<br>শ্ৰী ভালনান বোৰানা |
| সহঃ সম্পাদক | ঃ শ্ৰী ৰাজু কোঁৱৰ শ্ৰী অনুপম পাল<br>শ্ৰী দিনু কোঁৱৰ শ্ৰী দিব্যজ্যোতি গগৈ<br>শ্ৰীমতী সংগীতা পেগু |
| সদস্য/সদস্যা | ঃ সৰ্ব্বশ্ৰী মুনিন শইকীয়া, ৰবি হাযুং,<br>বিতু আহমেদ, ত্ৰিদিপ দত্ত, মানৱ খনিকৰ। |

পিঠা-পনা প্ৰতিযোগিতাঃ

| | |
|---|---|
| সভাপতি | ঃ শ্ৰী লুকুমনি গগৈ |
| সম্পাদিকা | ঃ শ্ৰীমতী মমী হাজৰীকা শইকীয়া<br>শ্ৰীমতী বন্তি বৰা<br>শ্ৰীমতী জুনমী বুঢ়াগোঁহাই<br>শ্ৰীমতী ৰুমি শইকীয়া হাজৰীকা<br>শ্ৰীমতী চুমী দেৱী<br>শ্ৰীমতী জোনালী তালুকদাৰ |

মুকলি সভা আৰু বঁটা বিতৰণিঃ

| | |
|---|---|
| সভাপতি | ঃ শ্ৰী দেৱজিৎ মজুমদাৰ |
| কাৰ্য্যকৰী সভাপতি | ঃ শ্ৰী দীপান্ত হাজৰিকা |
| সম্পাদক | ঃ শ্ৰী অজিত বুঢ়াগোহাঁই |

কোৰাচ ঃ শ্ৰী দেৱ দত্ত

পুঁজি সমিতিঃ

শ্ৰী উদয় শংকৰ হাজৰীকা, শ্ৰী উৎপল বৰা, শ্ৰী সঞ্জীৱ কোঁৱৰ, শ্ৰী নিৰেন বৰুৱা, শ্ৰী দেৱজিৎ মজুমদাৰ, শ্ৰী দীপান্তৰ হাজৰীকা, শ্ৰী বলীন শইকীয়া, শ্ৰী অজিত বুঢ়াগোহাঁই, শ্ৰী যদুমনি বৰুৱা, শ্ৰী মিলন শংকৰ হাজৰীকা, শ্ৰী যাদৱ শইকীয়া, শ্ৰী দীপক বাচিং, শ্ৰী চন্দন ভূঞা, শ্ৰী ধনমনি দত্ত।

(২৬) কৰ্ণধাৰ সমিতিঃ

শ্ৰী উদয় শংকৰ হাজৰীকা
শ্ৰী কমল শইকীয়া
শ্ৰী বাবুল চুতীয়া
ডাঃ অমৰেন্দ্ৰ গগৈ
শ্ৰীমতী সুপ্ৰভা মেধি
শ্ৰীমতী জেতুকী শইকীয়া
শ্ৰী পদ্ম শৰ্মা
শ্ৰী চন্দ্ৰেশ্বৰ দুৱৰা
শ্ৰী কেশৱ ভূঞা
শ্ৰী উৎপল বৰা
শ্ৰী কৃষ্ণ দাস
শ্ৰী সঞ্জীৱ কোঁৱৰ
শ্ৰী নিৰেন বৰুৱা
শ্ৰী দেৱজিৎ মজুমদাৰ
শ্ৰী দীপান্তৰ হাজৰীকা
শ্ৰী বলীন শইকীয়া
শ্ৰী অজিত বুঢ়াগোহাঁই
শ্ৰী যদুমনি বৰুৱা
শ্ৰী মিলন শংকৰ হাজৰীকা
শ্ৰী যাদৱ শইকীয়া
শ্ৰী দীপক বাচিং
শ্ৰী চন্দন ভূঞা
শ্ৰী ধনমনি দত্ত
ডাঃ ভূপেন শইকীয়া
শ্ৰী ৰূপজ্যোতি দত্ত
শ্ৰী যোগেশ গোহাঁই
শ্ৰী পদ্ম টাইড
শ্ৰী দেৱেন ভূঞা
শ্ৰী অভেদ্ৰ কৃষ্ণ বুঢ়াগোহাঁই
শ্ৰী বিৰিঞ্চি হাজৰিকা
শ্ৰী ধেৱৰ গোহাঁই বৰুৱা
শ্ৰী বিমান বৰা
মঃ চিৰাজুল ইছলাম হাজৰিকা
মঃ মহিবুল হুছেইন
শ্ৰী চন্দ্ৰেশ্বৰ দুৱৰা

# অসম চৰকাৰ

# লখিমপুৰ জিলা পৰিষদৰ যোগেদি ৰূপায়ণ কৰা আঁচনিসমূহৰ বিৱৰণ

(১) ৰাষ্ট্ৰীয় সামাজিক সাহাৰ্য্য কাৰ্যক্ৰম (প্ৰগেম) (NSAP)

ৰাষ্ট্ৰীয় সামাজিক সাহাৰ্য্য নিম্নতম (প্ৰগেম)ৰ যোগেদি চৰকাৰে লোৱা প্ৰচলিত জনহিতকৰ আঁচনিৰ বাদেও নিম্নতম ৰাষ্ট্ৰীয় নামৰ সামাজিক অৱস্থা লাভৰ অৰ্থে সাহাৰ্য্য প্ৰদান কৰা হৈছে। উক্ত কাৰ্যক্ৰমণিকাৰ যোগেদি বৃদ্ধ, বিধবা, শাৰিৰীকভাৱে অক্ষম নাগৰিকসকলৰ সকাহ দিবৰ বাবে তলত উল্লেখ কৰা পাঁচটি ৰূপায়ন কৰা হয়।

(ক) ইন্দয়া গান্ধী ৰাষ্ট্ৰীয় বৃদ্ধ পেন্সন আঁচনি (IGNOAP) দৰিদ্ৰ সীমাৰেখা তলৰ বৃদ্ধ-বৃদ্ধাসকলক আৰ্থিকভাৱে সকাহ দিয়াৰ উদ্দেশ্যে এই আঁচনিখন চৰকাৰে প্ৰণয়ন কৰিছে। উক্ত আঁচনিৰ যোগেদি ৬০ ৰপৰা ৭৯ বছৰ লোক সকলক মাহিলী ২০০/- টকা আৰু ৮০ বছৰৰ ওপৰৰ লোকসকলক মাহিলী ৫০০/- টকা পেন্সন দিয়া হয়। জিলাখনৰ বৰ্তমান অনুমোদিত মুঠ হিতাধিকাৰীৰ সংখ্যা ২৭,৬৪৯ জন।

(খ) ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় শাৰিৰীকভাৱে অক্ষম লোকৰ পেন্সন আঁচনি (IGNDPS)যিসকল ব্যক্তি (পুৰুষ-মহিলা) ৮০ শতাংশ শাৰিৰীকভাৱে অক্ষম, তেখেত সকলক সকাহ দিবৰ বাবে এই আঁচনি চৰকাৰে প্ৰণয়ন কৰিছে। দৰিদ্ৰ সামাৰেখাৰ তলৰ ১৮ বছৰৰ পৰা ৭৯ বছৰ বয়সৰ ৮০ শতাংশ শাৰিৰীক অক্ষম লোক সকলক সামৰি লোৱা হয়। মাহিলী পেন্সনৰ পুঁজিৰ পৰিমাণ ৩০০ (তিনিশ) টকা। বৰ্তমান জিলাখনত অনুমোদিত হিতাধিকাৰীৰ সংখ্যা ১৫৪১ জন।

(গ) ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় বিধৱা পেন্সন আঁচনি (IGNDPS)

৪০ বছৰৰ পৰা ৭৯ বছৰৰ ভিতৰত দৰিদ্ৰ সীমাৰেখাৰ তলৰ বিধৱা মহিলাসকলৰ বাবে এই আঁচনি প্ৰণয়ন কৰিছে।

মহিলী পেন্সনৰ পৰিমাণ ৩০০/- (তিনিশ) টকা। বৰ্তমান জিলাখনত অনুমোদিত হিতাধিকাৰীৰ সংখ্যা ৪০৩৫ জন।

(ঘ) ৰাষ্ট্ৰীয় পৰিয়াল কল্যাণ আঁচনি (NFBS)

দৰিদ্ৰ সীমাৰেখাৰ তলৰ পৰিয়ালৰ মুল উপাৰ্জনকাৰীজনৰ মৃত্যু হ'লে সেই পৰিয়ালটোক সকাহ দিবৰ বাবে মৃতকৰ পৰিয়ালক উক্ত আঁচনিৰ যোগেদি এককালীন সাহাৰ্য দিয়া হয়। ১৮ বছৰৰ পৰা ৫৯ বছৰৰ ভিতৰৰ দৰিদ্ৰ সীমাৰেখাৰ তলৰ মুখ্য লোকজনৰ ক্ষেত্ৰত প্ৰযোজ্য হয়। বৰ্তমান এই সাহাৰ্য পৰিমাণ ২০,০০০/- টকা।

(ঙ) অন্নপূৰ্ণা আঁচনি ঃ

এই আঁচনি যোগেদি বৃদ্ধ পেন্সন নোপোৱা দৰিদ্ৰ সীমাৰেখাৰ তলৰ লোকসকলক মাহিলী ১০ (দহ) কিলোগ্ৰাম চাউল বিতৰণ কৰা হয়। জিলাখনৰ বৰ্তমান অনুমোদিত মুঠ হিতাধিকাৰীৰ সংখ্যা ১০২৮ জন।

মুখ্য কাৰ্যবাহী বিষয়া
লখিমপুৰ জিলা পৰিষদ
উত্তৰ লখিমপুৰ।



# DHDC
ONE STOP CENTRE

## DR. DAS HOSPITAL AND DIAGNOSTIC CENTRE
GOVT REGD NO - SHA- 175-A

- Dr Das Hospital Is a Multi Specialty Hospital situated in the heart of North Lakhimpur town. Established by Late Dr Nomal Chandra Das, it caters to the need of the people of upper Assam in the north bank of Brahmaputra.
- The hospital provides OPD and 24 hrs Pharmacy and Ambulance service.
- Indoor facilities for General Surgery, General Medicine, Obstetrics & Gynecology, Paediatric, Orthopaedics etc is available.
- Open and laparoscopic surgery with latest equipment is available in 3 well equipped operation theatres. Semi cabin and deluxe cabin is available according to patient's preference.
- Super Specialist consultation in Urology, Cardiology & Neuro Psychiatry is also available by eminent visiting doctors. Necessary test & procedures related to the superspeciality is also done here.
- Attached Diagnostic Laboratory with fully automated machines for biochemistry, microbiology and pathological test is available.
- Diagnostic Radiology with latest equipments like Digital X-ray, Color Doppler ultrasound and fluoroscopy unit is available.
- Tie-up with Prominent private and public firms for providing cashless billing for the convenience of the patient.
- Pre insurance Health Check up for many prominent TPA is done in our center.
- Apollo Hospital provides Tele Consultation through our center. Patient can consult with super specialist from any Apollo hospital from our center via Video –conferencing.

Contact details:

Phone- 03752-244255
Email – srajkakati@gmail.com , 9435084718
nrajkakoti@gmail.com , 9435084717
Website – drdashospital.com
Follow our Facebook page for update news.

Address :

Nakari. Ward no 3. Airport Road, North Lakhimpur, Assam.